


। প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ।

। প্ৰথম প্ৰকাশ : অক্টোবৰ ১৯৬৯ চন ।

। বেটুপাতৰ ছবি আৰু অঙ্গসজ্জা : ত্ৰৈলোক্য দত্ত ।



। ছপা : শ্ৰীৰাধানাথ সাঁতৰা ● সাৰদা প্ৰিন্টিং ৱৰ্কছ ● ঘোষ লেন ● কলিকতা-৬ ।

মূল্য : তিনি টকা পঞ্চাশ পইচা মাথোন ।

At the age of thirty, I executed the master stroke of writing in 'NAUSEA'—quite sincerely believe me—about the bitter unjustified existence of my fellowmen and of exonerating my own.—*JEAN-PAUL SARTRE.* ● ..................

আনক দোষী সাব্যস্ত কৰি নিজে দোষমুক্ত বুলি প্ৰমাণ কৰা এইবিধ অস্তিত্ববাদীৰ কবলমুক্ত ডেকা সাহিত্যিকচামৰ হাতত দিলোঁ



পদ্ম বৰকটকী

অক্টোবৰ '৬৯





*I donot teach. I only relate.*

—M. E de MONTAIGNE

লাংচিং চাৰনিৰে ঢুমিয়াই জনৈকাই মোক কৈফিয়ৎ খুজিছিল অলপতে : 'গল্পটোত মোৰ নাম দিলে কিয় ?' তেওঁৰ মতে তেওঁৰে-মোৰে চিনাকি ( আৰু সম্বন্ধও ) সকলোৱে জানে ; গতিকে তেওঁৰ কথাকে লিখা বুলি সকলোৱে ভাবিবই। উল্লেখযোগ্য যে গল্পৰ সংশ্লিষ্ট চৰিত্ৰটি 'ৰঙা ট্ৰেফিক্ লাইট' জাতীয়—নিজৰ লগত মিলা বুলিবলৈ বেয়া লগা বিধৰ। মোৰ গল্প পঢ়া কিমানে তেওঁক জানে—আদি প্ৰশ্নৰ আগত অভিযোগটো নিতান্ত কেঁচুৱালি। বিতৰ্কমূলক চিন্তাক প্ৰাধান্য দিয়া মোৰ হাতী-মূৰক সেই বিধ লাংচিঙে ভিৰাব নোৱাৰে। কিন্তু সেইবুলি এই বিধ অভিযোগত লুকাই থকা সত্য অনুপেক্ষণীয়। সত্যটো হৈছে এই : ব্যক্তিৰ দৰে সমাজেও নিজৰ বেয়াখিনিৰ কাৰণে নিজৰ দায়িত্ব থকাটো বা বেয়াখিনিৰ লগত নিজৰ সম্বন্ধ থকাটো স্বীকাৰ কৰিবলৈ নিবিচাৰে। এলিয়টে পৃথিৱীখনক পতিত মাটি (Waste Land) হেন দেখে আৰু তাত থকা সৰ্বসাধাৰণক পুতৌৰ চকুৰে চায়। অৰ্থাৎ নিজে তেওঁ তাৰ উৰ্ধত বা বাহিৰত। আৰু সেই Waste Land-ৰ ভিতৰত নাই বুলি প্ৰমাণ কৰিব খোজা সমালোচক-পাঠকে এলিয়টক প্ৰশংসা কৰি নিজক শ্ৰেষ্ঠ বুলি বুজায়। এনেকুৱা এটা লেখক-সমালোচক-পাঠকৰ পাপচক্ৰৰ ব্যুহত সোমাই ব্যক্তিগত আৰু সমাজগতভাৱে আমি সমাজৰ বা জীৱনৰ পংকিল অংশৰ লগত নিজৰ সম্বন্ধ অস্বীকাৰ কৰোঁ। কোনোবাই সেই বিষয়ে উল্লেখ কৰিলেও আমি কওঁ : 'মিছাকৈ লিখিছে। আমি বা আমাৰ সমাজ কেতিয়াও তেনেকুৱা নহয়।' অৰ্থাৎ সেই বেয়াখিনিক আমি জানো বুলিও স্বীকাৰ নকৰোঁ।

তেনেকুৱা মনোবৃত্তিক ঈঙ্গিত ইলোৱাই ভয় খুৱালে মই নিৰুপায়।—

গুৱাহাটী
২ অক্টোবৰ ১৯৬৯

এক ।

১৯৪৭ চনৰ চাৰি জুনত প্ৰকাশিত ভাৰতৰ দৈনিক বাতৰি-কাকতবোৰ খবৰৰ দুখীয়া নাছিল। বৰঞ্চ ১৯৪৭ চনৰ বাইশ মাৰ্চৰ দিনা বৃটিচৰ শেষ বৰলাট হৈ ভাইকাউণ্ট মাউণ্টবেটেন পৰিবাৰসহ দিল্লীত উপস্থিত হোৱা দিন ধৰি ভাৰতৰ দ্ৰুত পৰিবৰ্তনশীল ৰাজনৈতিক পটভূমিৰ নানা জল্পনা-কল্পনা, বিবৃতি-মন্তব্যেৰে বাতৰি-কাকত সদায় ভৰি আছিল। তাৰ ভিতৰতো খবৰৰ গুৰুত্বৰ ফালৰপৰা চাৰি জুনত ( ১৯৪৭ চনৰ ) প্ৰকাশিত ভাৰতৰ বাতৰি-কাকত অতুলনীয়ভাৱে চহকী। আমাৰ দেশৰ বাতৰি-কাকতৰ বাবে সেই দিনটো বিশেষ দিন—পোন্ধৰ আগস্টৰ প্ৰথম স্বাধীনতা দিবসতকৈও বিশেষ দিন। অকল বাতৰি-কাকতৰ কাৰণে বিশেষ দিন বুলি কৈছোঁ ; কাৰণ, সেইদিনাৰ কাকতত ডাঙৰ ডাঙৰ আখৰেৰে ছাপা হোৱা সৰ্বপ্ৰধান বিশেষ বাতৰিটোৰ গুৰুত্ব, অৰ্থ, তাৎপৰ্য আৰু পৰিণতি ভাৰতত হেজাৰৰ ভিতৰত এজনেও কিজানি বুজা নাছিল। আন কি, যেনে তেনে অতি সোনকালে বৃটিচৰপৰা স্বাধীনতা কাঢ়ি লোৱাত ব্যস্তসমস্ত ৰাজনৈতিক নেতা-প্ৰধান-সকলেও কি কৰিবলৈ ওলাইছিল তাক নিজে গম পোৱা যেন নালাগিছিল। খবৰ ঘেটালি জীৱন কটোৱা বহুত খবৰ-কাগজে কিন্তু চাৰি জুনত প্ৰকাশিত প্ৰধান খবৰটোৰ তাৎপৰ্যৰ ইংগিত

দিছিল। অৱশ্যে মূধাফুটা নেতাৰ বাণীৰ হেঁচাত সেই ইংগিতে পাবলগা মনোযোগ কাৰোপৰা পোৱা নাছিল। কলিকতাৰ বাতৰি-কাকতৰ কাৰণে এই বিশেষ খবৰটো আনতকৈ বেছি—বৰ বেছি—গুৰুত্বপূৰ্ণ আছিল। ভাৰতক দ্বিখণ্ডিত কৰিও স্বাধীনতা লবলৈ সৈমান হৈ কংগ্ৰেছৰ ফালৰপৰা পণ্ডিত জৱাহৰলাল নেহৰুৱে আৰু মুচ্‌লিম লিগৰ ফালৰপৰা মহম্মদ আলি জিন্নাই লৰ্ড মাউণ্টবেটেন সহ অল ইণ্ডিয়া ৰেডিঅ'ৰপৰা আগদিনা সন্ধিয়া দিয়া ভাষণ চাৰি জুনত ছপা হৈছিল সংবাদপত্ৰত। আৰু সেইটোৱেই আছিল বিশেষ প্ৰধান খবৰ। সেই নেতাদ্বয়ে সন্ধিয়া দিয়া ভাষণত অদূৰ ভৱিষ্যতত দ্বিখণ্ডিত কৰিবলৈ ঠিক কৰা ভাৰতৰ নিজ নিজ ভাগত পৰা প্ৰজাক সম্বোধি ভাষণ দিছিল। সেই চুক্তিবদ্ধ প্ৰস্তাৱ মতে, পঞ্জাব আৰু বঙ্গ প্ৰদেশ দুছেও কৰি ভাৰত আৰু পাকিস্তানৰ মাজত ভাগ কৰা হব। তিনি কোটি ত্ৰিশ লাখ মুচলমান আৰু দুই কোটি সত্তৰ লাখ অমুচলমানৰ প্ৰদেশ বঙ্গদেশক দ্বিখণ্ডিত কৰি বলি দি ভাৰতৰ স্বাধীনতা গ্ৰহণ কৰাৰ কথাটো কলিকতাৰ জাতীয়তাবাদী বাতৰি-কাকতবোৰে টোপ গিলাদি গিলিব পৰা নাছিল। বৃটিচৰ দিনতে বংগ-ভংগ-বিৰোধী আন্দোলন কৰি জয়ী হোৱা বঙালী আকৌ দেশী নেতাৰ ভোটগিৰি মনোবৃত্তিৰ বলি হবলৈ বিনা প্ৰতিবাদে কিয় যাব? তথাপি, দেশৰ বৃহত্তৰ স্বাৰ্থৰ কথা মনত ৰাখি, সংবাদপত্ৰৰ কৰ্তব্য কৰি, ভাৰতক বিভক্ত কৰিও স্বাধীনতা লবলৈ কংগ্ৰেছ মান্তি হোৱা বুলি পণ্ডিত নেহৰুৱে আগদিনা সন্ধিয়া দিয়া অনুভূতিপ্ৰৱণ ৰেডিঅ' ভাষণ সৰ্বাধিক প্ৰাধান্য দি কলিকতাৰ বাতৰি-কাকতেও ছপাইছিল। বৃটিচ প্ৰভুৰ হৈ লৰ্ড মাউণ্টবেটেন আৰু মুচলিম লিগৰ হৈ জিন্নাই দিয়া ভাষণেও কাকতত যথাযোগ্য প্ৰধান ঠাই অধিকাৰ কৰিছিল। আন কি মাউণ্টবেটেনৰ ভাষণত দাতাৰ উদাৰতা, নেহৰুৰ ভাষণত অসন্তুষ্টি-মিশ্ৰিত আশা আৰু জিন্নাৰ ভাষণত প্ৰাপ্য প্ৰাপ্তিৰ তুষ্টিও ছপাৰ আখৰ সজোৱাৰ



কৌশলে যিমানদূৰ পাৰে উলিয়াই দিছিল। মৌলানা আবুল কালাম আজাদৰ নিচিনা ভাৰতক খণ্ডিত কৰাৰ বিৰোধী মত আৰু মহাত্মা গান্ধীৰ বিৰোধিতাৰ বিলাপকো সেই খবৰৰ সমান প্ৰাধান্য দিয়া হোৱা নাছিল; কাৰণ, ঘটনাৰ গতিয়ে যেন খবৰ-কাগজক কৈছিল যে এইবোৰ বিৰোধিতা কেৱল অক্ষম বিলাপ হৈয়ে থাকি যাব। যি হওক, খবৰৰ গুৰুত্বৰ ফালৰপৰা কলিকতাৰ দৈনিক কাকত ১৯৪৭ চনৰ চাৰি তাৰিখৰ দিনা একেবাৰে দুখীয়া নাছিল।

সেই একেদিনাই কলিকতাৰ এখন দৈনিক-কাকতত ওলোৱা গুৱাহাটীৰ এটা খবৰে কাৰো একো দৃষ্টি আকৰ্ষণ কৰা নাছিল। হয়তো আগতে কম্পোজ হৈ থকা কাৰণে খালী ঠাই পূৰাবলৈ খবৰটো ছাপা হৈছিল। কলিকতাৰ সেই কাকতৰ অফিচৰপৰা বিশেষভাৱে যোগাৰ কৰি গুৱাহাটীৰ সেই খবৰটোৰ নকল এটা হাতত লৈ ১৯৬৯ চনৰ জুলাই মাহৰ আবেলি এটাত গুৱাহাটীৰ ভৰলুমুখৰ ঘৰত বহি ডেকা উকীল অমৰ কলিতাই চাই আছিল। খবৰটো পঢ়া কেতিয়াবাই হল; তাকে চাই চাই কলিতাই কেৱল বহুত কথা ভাবি আছিল। বহুত পৰৰ মূৰত আকৌ এবাৰ খবৰটো পঢ়ি চাবৰ মন গল অমৰ কালতাৰ। বাইশ বছৰৰ আগৰ খবৰটো আকৌ এবাৰ পঢ়িলে কলিতাই।

॥ **ৰহস্যজনক আত্মহত্যা** ॥

গুৱাহাটী, ২ জুন, ১৯৪৭ঃ অৱসৰপ্ৰাপ্ত সৰু পুলিচ চাহাব (ডেপুটি চুপৰিণ্টেণ্ডেণ্ট অৱ পুলিচ), গুৱাহাটীৰ বিশিষ্ট নাগৰিক ৰায়চাহেব বৰুণকুমাৰ চট্টোপাধ্যায়ৰ ঘৰত সংঘটিত এক ৰহস্যজনক মৃত্যুৱে গুৱাহাটীত চাঞ্চল্যৰ সৃষ্টি কৰিছে।

ঘটনাৰ বিৱৰণীত প্ৰকাশ, পূৰ্বে শ্ৰীহট্ট-নিবাসী আৰু বৰ্তমান তিনি মাহৰ আগতে অৱসৰ লোৱা দিন ধৰি গুৱাহাটীৰ উলুবাৰীত নিজা ঘৰ সাজি স্থায়ী বাসিন্দা হোৱা ৰায়চাহেবৰ লগত মতি নামৰ

ঘৰুৱা চাকৰটো যোৱা চৈধ্য বছৰ ধৰি আছে। কামৰূপ জিলাৰ জাগ্ৰাৰ এটা মৃত্যুদণ্ডেৰে দণ্ডিত অপৰাধীৰ পুতেক মতি দহ বছৰ বয়সতে ৰায়চাহেবৰ চাকৰ হৈ আহিছিল। বৰ্তমান সুন্দৰ-সুঠাম ডেকা মতি ৰায়চাহেবৰ ঘৰৰ পৰিয়ালৰ মানুহ হেন হৈ পৰিছিল।

ঘটনাৰ দিনা আবেলি ৰায়চাহেবৰ পত্নী চুবুৰীয়া এঘৰলৈ গৈছিল। ৰায়চাহেব নিজে ঘৰত থকা একমাত্ৰ পুতেক সৰুটোক লৈ সদায় যোৱাদি সান্ধ্য-ভ্ৰমণৰ কাৰণে গৈছিল। দুঘণ্টামানৰ পাচত সান্ধ্য-ভ্ৰমণৰপৰা ঘূৰি আহি পদূলিমুখ পাওঁতেই ৰায়চাহেবে ঘৰৰ ভিতৰত বন্দুকৰ গুলী ফুটাৰ শব্দ শুনিলে। লৰালৰিকৈ ঘৰৰ ভিতৰ সোমাই দেখে, তেখেতৰ ঘৰুৱা চাকৰ মতি তেখেতৰ বিছনাৰ ওপৰত তেজেৰে বাঙলী হৈ পৰি আছে। তাৰ মূৰৰ এটুকুৰা এৰাই গৈছিল। তাৰ ওচৰতে ৰায়চাহেবৰ বন্দুকটো পৰি আছিল। গুলীৰ শব্দ শুনি ওচৰ-চুবুৰীয়া আৰু ৰায়চাহেবৰ পত্নীও চুবুৰীয়া কোনোবা ঘৰত মেল মাৰি থকাৰপৰা ওলালহি। ঘটনা দেখি ৰায়চাহেব-পত্নী এনেকুৱাকৈ মূৰ্ছিতা হল যে তেখেতক হস্পিটাললৈ নিব লগা হল।

পুলিচৰ প্ৰাথমিক তদন্তত প্ৰমাণিত হৈছে যে ৰায়চাহেবৰ বন্দুকেৰে নিজে নিজৰ মূৰত গুলী মাৰি মতিয়ে আত্মহত্যা কৰিছে। আত্মহত্যাৰ কাৰণ বিচাৰি জোৰ তদন্ত চলিছে আৰু মৃতদেহ ময়না তদন্তৰ কাৰণে পঠোৱা হৈছে।

দেখাত এই খবৰটো খুব সাধাৰণ। কিন্তু ডেকা উকীল অমৰ কলিতাৰ কাৰণে ই এক বিশেষ খবৰ। আজি বাইশ বছৰৰ আগতে গুৱাহাটীত এইখন কাকতৰ যিজন ষ্টাফ ৰিপোৰ্টাৰ আছিল, তেওঁ বৰ্তমান সেইখন কাকতৰ সহকাৰী সম্পাদক। খবৰটো কলিতাই পাইছে। তেওঁক এবাৰ লগ পোৱাৰ ইচ্ছা আছে কলিতাৰ। এবাৰ কলিকতালৈ যাব লাগিব। এতিয়া চাগৈ মানুহজনৰ কিমান বয়স হব বাৰু? ৫০? ৫৫? ইমান দিনৰ আগৰ কথা



মনত আছে নে বাৰু তেওঁৰ? বাইশ বছৰ কম সময় নহয়। তেতিয়া ডেকা উকীল কলিতা এবছৰীয়া কেঁচুৱা আছিল। কথাটো ভাবি কলিতাৰ অকলে অকলে হাঁহি উঠিল।

অমৰ কলিতাৰ সহপাঠী বন্ধু বিজয় শৰ্মাই আজি এমাহ আগতে শ্ৰীমতী মালতী দেৱীক বিয়া কৰালে। বিজয় শৰ্মাৰ বয়স বাইশ-তেইশ। মালতী দেৱীৰ বয়স একত্ৰিশ। বিজয় শৰ্মাই সাধাৰণ কেৰাণীৰ চাকৰি কৰে। দুখীয়া মানুহৰ ঘৰৰ লৰা। বিধৱা মাকৰ একমাত্ৰ লৰা। একেবাৰে প্ৰেমত পৰি বিয়া। মহিলা সমিতিৰ কামত ঘূৰি ফুৰা মালতী দেৱীক গুৱাহাটীত কম মানুহে চিনি নাপায়। কলিতা উকীলেও জানে। সেই মালতী দেৱীক যে বিজয় শৰ্মাৰ নিচিনা লাজুক, শান্ত, নম্ৰ বা এলাইবাং লৰা এটাই প্ৰেমত পৰি বিয়া কৰাব, সেই কথা কোনে ভাবিব পাৰে বাৰু? কোনো বন্ধু-বান্ধৱক একো নজনোৱাকৈ বিজয় শৰ্মাই কামাখ্যাত বিয়া কৰাইছিল। কেৱল কলিতাক নিছিল সাক্ষী হিচাপে—তাকো শেষ মুহূৰ্তত খবৰ দি। তেতিয়া আৰু বিয়া বন্ধ কৰাৰ চেষ্টা চলোৱাৰ সময় নাছিল। তথাপি, কামাখ্যাত গৈ কথাটো বিজয় শৰ্মাৰ মুখৰপৰা শুনি কলিতা জঁাপ মাৰি উঠিছিল; সাক্ষী হব নোৱাৰে বুলি একে আষাৰে কৈ দিছিল; শেষত আজিলৈ বাদ দে বুলি বুজাইছিল। কিন্তু শেষত বিজয় শৰ্মাৰ অসহায় কৰুণ মুখলৈ চাই কলিতা বিয়াৰ সাক্ষী হৈছিল। বিজয় শৰ্মাৰ মুখখনৰ এনে এক কৰুণ আবেদন আছে যে কলিতাই কোনো দিনেই বিজয়ৰ কোনো কথা পেলাব পৰা নাই—সৰুতে স্কুলত পঢ়াৰ পৰাই। সেইদিনাও নোৱাৰিলে।

মালতী দেৱী সঁচাকৈ ধুনীয়া। ওখ-পাখ, ডাঙৰ চকু, অপৰ্যাপ্ত চুলি, গাৰ সুন্দৰ ৰং আৰু কুন্দত কটা নাক-মুখত এনে এক শিশু-সুলভ কোমল আকৰ্ষণ ফুটি উঠে যে একত্ৰিশ বছৰীয়া মহিলা গৰাকীক বিশ বছৰীয়া ছোৱালী যেন লাগে। বিয়াৰ পাচতো

কলিতা বন্ধুৰ ঘৰলৈ গৈছে। ষাঠি টকীয়া সৰু ভাৰাঘৰটো মালতী দেৱীয়ে ইমান আটোমটোকাৰিকৈ সজাইছে যে মানুহ গৰাকীৰ সৌন্দৰ্যবোধৰ প্ৰতি শ্ৰদ্ধা ওপজে। বিজয় সুখী হব যেন লাগে অমৰ কলিতাৰ। আপোন বুলিবলৈ একমাত্ৰ বিধৱা মাকো ঢুকুৱাৰ পাচত এই জনপূৰ্ণ পৃথিবীত অকলশৰীয়া হোৱা বিজয় শৰ্মাই যেন মালতী দেৱীৰ মৰমত আশ্ৰয় বিচাৰি পালে। বিজয় শৰ্মাক দেখিলেই সুখী মানুহ যেন লগা হল। মহিলা সমিতিৰ সক্ৰিয় সদস্যা মালতী দেৱীয়ে এখন কলেজৰ অধ্যাপিকা হিচাপে মাহে তিনি শ পায়। গতিকে বিজয়ৰ আৰ্থিক অৱস্থাও বেয়া নহল।

কিন্তু সেই বিজয়েই বিয়াৰ চৈধ্য দিন পাচতে বিষাদ-কাতৰ মুখ লৈ অমৰ কলিতাৰ ওচৰ ওলাবহি বুলি কলিতাই ভাবিব পৰা নাছিল। ঘটনাটো বিজয়ৰ কাৰণে ডাঙৰেই। ধন-পইচা, কেও-কিছু নাইকিয়া বিজয়ৰ বিয়াৰ তেৰ দিন পাচতে ঘৈণীয়েকৰ বিৰুদ্ধে চল্লিশ হেজাৰ নগদ ধন আৰু ষাঠি হেজাৰ টকাৰ আ-অলংকাৰ আত্মসাৎ কৰাৰ অভিযোগত তৰা মোকৰ্দমা। সেই মোকৰ্দমাও আনে তৰা নাই; গুৱাহাটীৰ গণ্যমান্য বিশিষ্ট নাগৰিক ৰায়চাহেব বৰুণকুমাৰ চট্টোপাধ্যায়ে। গুৱাহাটীত হুলস্থুল। মানুহে কোৱাকুৱি কৰিছে; এৰা, বিজয়টো দেখাত হে অকৰা; ভিতৰি ভিতৰি তাৰ বেছ বুদ্ধি। আমি ভাবি অবাক হলোঁ, বোলোঁ এটাই এৰা বুঢ়ীজনীক সি বিয়া কৰালে কেলেই! আচলতে ধনে-ঘৈণীয়ে যে সি একেদিনাই কেলেহুৱা গুচি লাখ টকাৰ মালিক হৈ পৰিল, সেই কথা এতিয়া হে ওলাল। খবৰটো কাগজত ওলোৱাৰ লগে লগে এনেকুৱা বহু মন্তব্য গুৱাহাটীত মুখে মুখে উফৰি ফুৰিবলৈ ধৰিলে। আন এজন উকীলৰ সহায়ত ঘৈণীয়েকক কোনো মতে জেললৈ নোযোৱাকৈ জামিনত আনি বিজয় শৰ্মা অমৰ কলিতাৰ ওচৰ পাইছিলহি।



কথা শুনি অমৰ কলিতা প্ৰথমতে গৰ্‌গৰাই উঠিল: তোক মই আগতেই কৈছিলোঁ নহয় এইবোৰ কেলেংকাৰিত নোসোমাবলৈ। মৰ এতিয়া।

বিজয় শৰ্মা নিমাত। তাৰ চকু দুটা বৰ করুণ। অমৰৰ বেয়া লাগিল। তথাপি খঙেৰে সোধাদি সুধিলে: ঘৈণীয়েৰ নে মাৰ— সেইজনীয়ে কি কয়?

: কি কব আৰু? তই বুজিব পৰা নাই নে যে এইটো এটা তৈয়াৰ কৰি দিয়া কেচ? আমাক অপদস্থ কৰিবলৈকে কৰা হৈছে।

: তৈয়াৰ কৰা কেচ বুলি বাৰু বুজিলোঁ। কিন্তু তোৰ ঘৈণীয়েৰক ৰায়চাহেব চট্টোপাধ্যায়ে চিনি পালে কেনেকৈ? ক'ত পালে?

বিজয় শৰ্মা অবাক! কেলেই তই নাজান নেকি?

: কি জনাৰ কথা কৈছ?

: মালতীৰ লগত ৰায়চাহেবৰ সম্বন্ধৰ কথা নাজান?

: ওহোঁ। কিবা লেটিপেটি আছিল নেকি? অমৰৰ অশ্লীল ইংগিতটো হজম কৰি বিজয় শৰ্মাই কলে: তই জান বুলি ভাবিছিলোঁ। মালতী ৰায়চাহেবৰ বোৱাৰীয়েক আছিল; সৰুটো পুতেকলৈ বিয়া কৰাইছিল।

: অবিনাশ নে কি সেই পাগলটোলৈ?

: ওঁ।

অমৰ অবাক। গুৱাহাটীৰে লৰা হৈ মালতীক ইমান দিনৰপৰা চিনি পোৱাৰ পাচতো সি এই খবৰটো কেনেকৈ নজনাকৈ আছিল। সুধিলে,

: এই, মালতী তেন্তে বঙালী নেকি?

: ওঁ।

: কিন্তু কথা-বাৰ্তা, পিন্ধা-উৰাত মই এদিনলৈকো যে সেই সন্দেহ একেবাৰে কৰিব পৰা নাই!

ঃ ৰায়চাহেবৰ ঘৰৰ মানুহৰ নিচিনা। গুৰিতে বঙালী যদিও একেবাৰে অসমীয়া হৈ গৈছে।

ঃ তই বাৰু ইমান নিৰ্জু লৰাটো এইবোৰ কেলেংকাৰিত সোমালিগৈ কেলেই ?—হাতাশাৰে কলে কলিতাই। বিজয়ৰ মুখখনলৈ চাই কলিতাৰ বেয়াও লাগিল। আকৌ কলে ঃ কি কৰিবি এতিয়া ? কেচ চলাবলৈ পইচা ক'ত পাবি ? ৰায়চাহেব ঘাগু মানুহ। এনেয়ে এৰি নিদিয়ে। কিমান আনিছে ঘৈণীয়েৰে টকা-পইচা ?

ঃ এপইচাও অনা নাই। এইবোৰ বুদ্ধি কৰি সজাই-মেলি দিয়া কেচ। ৰায়চাহেব বৰ মতলবী মানুহ।

ঃ পাগলটোৰ লগত ঘৈণীয়েৰৰ বিবাহ-বিচ্ছেদ হল নে নাই ?

ঃ নাই হোৱা।

ঃ সেইটো কেচ্‌ও যদি দিয়ে ?

ঃ সেইটো বোধকৰোঁ নিদিব। বিয়াৰ পাচত আজি সোতৰ বছৰে এওঁ ৰায়চাহেবৰ ঘৰত থকাই নাই বুলিব লাগে। আৰু সি পাগল বুলি জনাজাত।

ঃ অৱশ্যে সেইটো কেচ দিলে ৰায়চাহেবেই বিপদত পৰাৰ সম্ভাৱনা। কিন্তু তাত থকাই নাই যদি, ইমানবোৰ ধন-সম্পত্তি আত্মসাৎ কৰা বুলি কৈছে কেনেকৈ ?

ঃ এম. এ পৰীক্ষা দি উঠি এবাৰ গৈ ছমাহ থাকোঁতে বেংকৰ টকা, সোণৰ মাল অনা বুলি কৈছে। এওঁ বিয়াৰ পাচত কেইদিমান আৰু আকৌ পিচত ছমাহমান ৰায়চাহেবৰ ঘৰত আছিল। তাৰ বাহিৰেও মাজে-সময়ে ৰায়চাহেবে দিনতীয়াকৈ এওঁক মাতি নিছিল।

কথা শুনি ভাগৰি পৰাৰ দৰে অমৰ কলিতাই দেহাটোক চোফা-খনৰ ওপৰত এলাই দিলে। তাৰ পাচতো বহুত প্ৰশ্ন কৰিলে অমৰ কলিতাই। প্ৰশ্ন কৰি কৰি অমৰ কলিতাই ইমানকে পালে যে বিজয় শৰ্মাই বা ঘৈণীয়েকে ৰায়চাহেবৰ লগত গৈ কাছাৰীত মোকৰ্দমা



খেলিবগৈ নোখোজে; তাৰ কাৰণে আৱশ্যকীয় ধনো নাই আৰু কাছাৰীলৈ যোৱাটোকে তুয়ো বৰ অপমানৰ কথা বুলি ভাবে। এতিয়া অমৰ কলিতাই ৰায়চাহেবক বুজাই-মেলি বা ৰায়চাহেবক ভয় খুৱাই বা আন যি কোনো উপায়েৰেই হওক এই মোকৰ্দমা নিষ্পত্তি কৰিব লাগে।

মালতী দেৱীৰ ৰায়চাহেবৰ ঘৰৰ লগত সিদিনালৈকে থকা সম্বন্ধৰ বিষয়েও বিজয় শৰ্মাই ঘৈণীয়েকৰপৰা শুনা মতে সকলো কলে। বিয়াৰ দিনাই ৰাতি মালতীয়ে গম পালে অবিনাশ পাগল বুলি। বিয়া শেষ হোৱাৰ পাচত দৰা-কন্যাক অকলে বহিবলৈ দি বাকী মানুহ আঁতৰি যোৱাৰ লগে লগে অবিনাশে বোলে চাপৰি বজাই নচাৰ দৰে জঁপিয়াই চিঞৰিবলৈ ধৰিলে ঃ 'মই আজি বিয়া কৰালোঁ'। এই কথাকিটাকে সি বোলে কিবা সুৰ লগাই বাৰে বাৰে গাই আছিল। ভয়ত তাইৰ বুকু কঁপি গৈছিল। ঠিক সেই সময়তে লৰালৰিকৈ দৰাৰ ককায়েক সোমাই আহি দৰাক "এই এই" বুলি বাহুত ধৰি জোকাৰি দি শান্ত কৰিছিল। সেইদিনা নিশা দৰাৰ ঘৰৰ শোৱনি-কোঠাত গিৰিয়েকে তাইক প্ৰথম প্ৰশ্ন কৰিছিল ঃ তুমি মোৰ মাৰ নিচিনা হবা নে নোহোৱা ? মাকৰ নিচিনা হলে স্বামীয়ে ভাল পাব বুলি ভাবি তাই কৈছিল শাহুৱেকৰ নিচিনাই হব বুলি। তাইৰ উত্তৰ শুনিয়েই খঙতে সি তাইক দুৱাৰ খুলি বাহিৰলৈ উলিয়াই পুনৰ দুৱাৰ বন্ধ কৰি দিছিল। বাহিৰত ঘৰৰ মানুহ প্ৰায়বোৰেই বৈ আছিল—হয়তো অবিনাশে কিবা এটা কাণ্ড কৰিব বুলি আশংকা কৰিয়েই। অবিনাশে উলিয়াই দিয়াৰ লগে লগেই তাইক শহুৰেক ৰায়চাহেব আৰু শাহুৱেকে মৰম কৰি লৈ গৈ বুজাইছিল ঃ অকণমান কথাতে খং উঠিলেই সি কব নোৱাৰা হয়। লক্ষ্মী বোৱাৰী মালতীয়েই তাক ভাল কৰি লব লাগিব। আৰু বহুত কথা বুজাইছিল। ইতিমধ্যে দুৱাৰত টকিয়াই টকিয়াই দুৱাৰ খোলাই অবিনাশক উলিয়াই আনি বাহিৰত ককায়েকে

বিৰ্‌বিৰ্‌কৈ কিবা বুজাই থকাও মালতীৰ কাণত পৰিছিল। কিছু পৰৰ পিচত বৰপুতেক আহি বাপেক বায়চাহাবক ফুচফুচাই কিবা কলে; লগে লগে বায়চাহেবে বোৱাৰীয়েকক কলে: তাৰ বোলে কিবা কথাত খং উঠি আছিল; এতিয়া হেনো লাজ পাই সৈমান হৈছে। আহাঁচোন বাক। অ' এটা কথা। তাক একো কথাৰে উত্তৰ নিদিবাচোন। তেতিয়া সি নিজে নিজে ঠিক হৈ যাব। এইবুলি বুঢ়াই পুনৰ বোৱাৰীয়েকক পুতেকৰ ওচৰলৈ নি কলে: নতুন ছোৱালীজনীৰ আগত তই এইবোৰ কি কৰিছ? গৰু। এইবুলি অবিনাশৰ কোঠাৰ দুৱাৰমুখত মালতীক এৰি বুঢ়া গুচি আহিল। বুঢ়াৰ বৰ পুতেকে ভায়েক অবিনাশক দুৱাৰমুখৰপৰাই কলে: খবৰদাৰ, আৰু গণ্ডগোল নকৰিবি। মই বাহিৰতে আছোঁ। কিবা গণ্ডগোল শুনিলে তোৰ বেয়া হব।

ককায়েকো যোৱাৰ পাচত দুৱাৰ বন্ধ নকৰাকৈয়ে অবিনাশে মালতীক সাৱটি ধৰি কলে: বেয়া নাপাবা দেই। বাৰু কোৱাচোন দেউতা ভাল নে বেয়া? শহুৰেকৰ কথা মনত ৰাখি মালতীয়ে এই প্ৰশ্নৰ একো উত্তৰ দিয়া নাছিল। বাৰে বাৰে সুধি থকাৰ পাচতো উত্তৰ দিয়া নাছিল। শেষত এবাৰ কৈ দিলে শহুৰেকক ভাল লাগিছে বুলি। লগেলগেই অবিনাশে যমৰ মূৰ্তি ধৰিলে। শহুৰেকৰ বুজনি, ককায়েকে অবিনাশক দিয়া সাৱধান বাণী আদিয়ে মালতীক ইতি-মধ্যেই অবিনাশৰ মানসিক সুস্থতাৰ বিষয়ে সন্দেহ ওপজাই দিছিল। তাৰ লগতে গিৰিয়েকৰ এই মূৰ্তি দেখি মালতীৰ ভীষণ ভয় লাগিল। ডাঙৰকৈ চিঞৰ মাৰি দিলে। জেঠালেক, শহুৰেক, শাহুৱেক দৌৰি আহিল। আহি দেখে, অবিনাশে মালতীক মূৰত মাৰিবলৈ চকী এখন দাঙি লৈছে। বাপেকহঁতক দেখিয়েই আজি একদম চাফা কৰি দিওঁ বুলি বাপেক-মাকৰ ফালে খেদি গল। ভাগ্যে ককায়েকে তাক সাউতকৰে ধৰি মাটিত বগৰাই দিলে। শেষত সেই দিনাৰ কাৰণে মালতী শাহুৱেকৰ লগত শুই থাকিল আৰু পিচদিনা শহুৰেকে নি তেওঁক দুদিনমানৰ কাৰণে বাপেকৰ ঘৰত থৈ আহিলগৈ। বাটত যাওঁতে বুঢ়াই টেক্সিত বাৰে বাৰে নগাঁৱলৈকে বোৱাৰীয়েকক কাতৰ অনুৰোধ কৰিলে—প্ৰথম ৰাতিৰ এই দুৰ্যোগৰ কথা আন কি নিজৰ বাপেককো নকবলৈ। বুঢ়াই বুজাইছিল: এতিয়া বিয়াৰ পাচত তাক ঠিক কৰি লোৱাটো একমাত্ৰ তোমাৰে কৰ্তব্য। আন কোনেও তোমাক সহায় কৰিব নোৱাৰে। তোমাক মই কব পাৰোঁ যে সি বলিয়া নহয়; তাৰ একো বেয়া মতলবো নাই। মৰমেৰে তাক জয় কৰিব পাৰি। তুমি নতুন কাৰণে অবাক হৈছা।……ইত্যাদি। কোনো কথাৰে মালতীয়ে উত্তৰ দিয়া নাছিল। শহুৰেকে মালতীৰ ঘৰত গৈ কৈছিলগৈ: ছোৱালীজনীয়ে মন মাৰি থকা দেখি লৈ আহিছোঁ। দুই এদিনৰ পাচতে আকৌ যাব। যায় যদি আজিয়েই লৈ যাম। নহলে দুই এদিন থাকিব খুজিলেও আমি অকণো বেয়া নাপাওঁ। মুঠতে মোৰ বোৱাৰীয়ে দুখ পাব নালাগে।

বুঢ়াৰ ব্যৱহাৰে মালতীৰ বাপেকক সন্তুষ্ট কৰিলে। ইমান মৰমিয়াল বুঢ়া; আন কোনে বাৰু এইদৰে বোৱাৰীয়েকক মন ভাল লগাবলৈ লৈ আহব? মালতী মাকৰ ঘৰতে এসপ্তাহ থাকিল। শহুৰেকৰ কথা মতেই বিয়াৰ প্ৰথম ৰাতিৰ অভিজ্ঞতাৰ কথা কাকো একো নকলে। কবৰ মন গৈছিল বৰকৈ। কিন্তু কব নোৱাৰিলে।

এসপ্তাহৰ পাচত এদিন শাহুৱেকে ডাঙৰ বোৱাৰীয়েকৰ লগত আহি মালতীক লৈ গলহি। প্ৰথম দুদিন এইবাৰ অবিনাশ বৰ ভাল মানুহ থকাদি আছিল। মালতীৰ বিশ্বাস হৈছিল যে তাইৰ ভাগ্য প্ৰথমতে ভবাৰ সমান বেয়া নহয়। অৱশ্যে অবিনাশক বৰ ককায়েকে অনবৰত মাউতে হাতী লৈ ফুৰাদি শাসন কৰি ফুৰা দেখিছিল। তথাপি মালতীয়ে ভাবিছিল, আদৰত নষ্ট হোৱা ঘৰৰ সৰু লৰা অবিনাশ; কেতিয়াও শাসন নকৰি নষ্ট হোৱাৰ পাচত চাগৈ এতিয়া

শাসন কৰাত লাগিছে। মনে মনে মালতীয়ে ঠিক কৰিছিল—এই উদণ্ড মানুহটোক তাইৰ শক্তিৰে তাই ঠিক কৰিব। গিৰিয়েকক নতুনকৈ তাই বিচৰাৰ দৰে গঢ়িবলৈ মালতীয়ে মনে মনে ঠিক কৰিছিল। কিন্তু তৃতীয় দিনা দুপৰীয় বাপেক-মাকক কাটিবলৈ কুঠাৰ এখন লৈ খেদি খেদি দুৱাৰ মাৰি সোমাই থাকিবলৈ বাধ্য কৰাৰ পাচত সেই মানুহটোক অকলে লগ পোৱাৰ সাহ মালতীৰ একেবাৰে নোহোৱা হল। একে দৌৰে মালতী গৈ আলিবাট ওলাল। ভাগ্য ভাল যে ঠিক সেই সময়তে বাপেক আহিছিল নগাঁৱৰপৰা। ৰাস্তাত ভয়ত বিবুদ্ধি হৈ অকলে ৰৈ থকা দেখি বাপেকে গাড়ী ৰখাই সুধিলে: কি কৰিছ মালতী? বাপেকক দেখি মালতীয়ে স্বৰ্গ পোৱা হেন পালে। লৰালৰিকৈ গাড়ীত উঠি বাপেকৰ কোলাত মূৰ থৈ হুকুহুকুকৈ কান্দিবলৈ ধৰিলে। উপায় নাপাই বাপেকে 'বাৰু ঘৰলৈ বলচোন' বুলি শহুৰেকৰ ঘৰলৈ নিবলৈ গাড়ী ষ্টাৰ্ট কৰোঁতেই মালতীয়ে কান্দোন বন্ধ কৰি কলে—"দেউতা নাযাবা নাযাবা মোৰে শপত নাযাবা। কাটিব—আমাক কাটি পেলাব। বেগেতে ইয়াৰপৰা পলোৱা।"

মালতীয়ে সেইবোৰ কথা কৈ থাকোঁতেই শহুৰেকৰ ঘৰত হাই-উৰুমি শুনি ঘূৰি চাই দেখে কুঠাৰ হাতত লৈ অবিনাশে কৈছে: "মই আজি পৰশুৰাম; সকলো পাপীকে হত্যা কৰিম। এই মালতী কলৈ গল?" ভয়ত মালতী জিকাৰ খাই উঠিল। মালতীৰ বাপেক কাণ্ড দেখি চেঁচা পৰিল। গাড়ী ঘূৰাই মালতীক লৈ নগাওঁ পালেহি।

ইয়াৰ পাচত বহুত ঘটনা হৈ গল। কংগ্ৰেছ শাসনে মানুহক সন্তুষ্ট কৰিব নোৱাৰা হল, চীন-ভাৰত সীমান্ত সংঘৰ্ষ হল, আৰু, অবিনাশক তেজপুৰৰ পগলা ফাটেকত পূৰা ন বছৰ ৰখা হল। তাৰ আগতে, পগলা পুতেকলৈ ফাঁকি দি বিয়া কৰোৱা বুলি ৰায়চাহেবে মালতীৰ আত্মীয় স্বজনৰ গালিও খালে। কান্দোতে কান্দোতে মালতীৰ প্ৰথমতে চকু উখহিছিল। তাৰ পাচত পঢ়িবলৈ আৰম্ভ কৰি এম. এ.



পাছ কৰিলেগৈ। এই ঘটনা সম্পৰ্কত ৰায়চাহেবে কিন্তু কোনো উচ্চ-বাচ্য কৰা নাছিল। বিয়াৰ সাত বছৰ পাচত এম. এ. পাছ কৰা মালতীক এবাৰ ৰায়চাহেবে মাতি নি নিজৰ ঘৰত ৰাখিছিল। পগলা পুতেক বিয়া কৰালেই ভাল হব বুলি ভাবিয়েই অবিনাশৰ বিয়া পাতি দিয়াটো তেওঁ সঁচা বুলি সৈ কাঢ়িছিল। কৈছিল, সি পগলা হোৱা কথাটো ইচ্ছা কৰি লুকুউৱা হৈছিল—ছোৱালী নোপোৱাৰ ভয়ত। অনুৰোধ কৰিছিল ক্ষমা কৰিবলৈ। সানুনয়ে কৈছিল, মাজে মাজে মালতী গৈ বুঢ়াক দেখা দি থাকিলে মালতীয়ে ক্ষমা কৰা বুলি বুঢ়াই বুজিব পাৰিব। বুঢ়া-বুঢ়ীক অকলে এৰি আহিবলৈ বেয়া লাগি মালতী তাত প্ৰায় ছমাহ আছিল। গিৰিয়েক নোহোৱাকৈও ঘৰখন মালতীৰ শহুৰেকৰ ঘৰ যেন লাগিছিল। মনে মনে আশা কৰিছিল মালতীয়ে—গিৰিয়েক যদি পগলা ফাটেকৰপৰা একেবাৰে ভাল হৈ আহে তেতিয়া চাগৈ কিমান ভাল লাগিব!

চীনৰ লগত ভাৰতৰ সীমান্ত লৈ লগা সংঘৰ্ষত তেজপুৰত শাসন ব্যৱস্থা অচল হল কিছুমান চৰ্কাৰী বিষয়াৰ ভয়ত। পগলা ফাটেকৰ বলিয়াবোৰক এৰি দিয়া হল। অবিনাশ আহি ঘৰ ওলালহি আৰু ঘৰ পায়েই মালতীৰ খবৰ সুধিলে। মালতীক বাপেকৰ ঘৰৰপৰা লৈ আহিবলৈ ওলাল। কোনো মতে বাধা দি অবিনাশক ঘৰতে বন্দী কৰি ৰখা হল। তাৰ পাচত এতিয়া অবিনাশ গুৱাহাটীৰ বাটে-ঘাটে ঘূৰি ফুৰে। তাৰ বলিয়ালি এটাই। লগ পোৱা সকলো মানুহকে বাপেক-মাক-ঘৈণীয়েকৰ বদনাম কয়। তাতে তাক সমৰ্থন নকৰিলে খং উঠে। কিন্তু তাৰ বাপেক-মাক-ঘৈণীয়েক বেয়া বুলি কৈ তাৰ সৰ্বনাশৰ কাৰণ বুলি কলে সি বৰ ৰং পায়—একেবাৰে বন্ধু হৈ পৰে।

ৰায়চাহেবৰ বহুত কাৰবাৰ আছে। তাৰ ভিতৰতে যান্ত্ৰিক তাঁতশালো এটা। বাপেকে অবিনাশৰ মন ঘূৰাবলৈ সেই কাৰখানাত তাক মেনেজাৰ কৰি দিলে। কাপোৰ পিন্ধিবলৈ নোপোৱা দুখীয়া

মানুহবোৰক এদিন সি সেই কাৰখানাত উৎপন্ন হোৱা সকলো কাপোৰ বিলাই দিলে। বাপেকে তাক তাৰপৰা লৈ আহিল।

প্ৰথমতে আৰু পিচৰবাৰ এম. এ. পাছ কৰাৰ পাচত নি ৰাখোঁতেও মালতীক শহুৰেকে সদায় ধন-সম্পত্তিৰ লোভ দেখুৱাই-ছিল। বিয়াত ছোৱালীক প্ৰায় বিশ-বাইশ হাজাৰ টকাৰ আ-অলংকাৰ দি সকলোকে চমক খুৱাই দিছিল। পিচৰ বাৰ নি ৰাখোঁতে আৰু বহুত অলংকাৰ দিছিল। এম. এ. পাছ কৰাৰ পাচত গৈ ছমাহ থাকোঁতে বুঢ়াই আন কি বেংকৰ টকা উলিউৱা কামটোও নিজ চহীৰে কৰিবলৈ মালতীক অধিকাৰ দি দিছিল—নিজৰ হাত কঁপি থকাৰ বাবে চহী ঠিক নাথাকে বুলি দুখ কৰি। হয়তো বুঢ়াই চেষ্টা কৰিছিল ধনৰ লোভ দেখুৱাই মালতীক ৰাখিবলৈ। কিন্তু মালতী নাথাকিল। পগলা ফাটেকত থকা গিৰিয়েকৰ ঘৰ-ৰখীয়া হৈ মালতী থাকিবলৈ নিবিচাৰিলে।

বুঢ়াই এতিয়া মোকৰ্দমা তৰিছে—মালতীয়ে নিজ চহীৰে বুঢ়াৰ কথা মতে বুঢ়াৰ কাৰণেই বেংকৰপৰা অনা টকাবোৰ আৰু ঘৰৰ বহুত অলংকাৰ মনে মনে লৈ অহা বুলি।

সকলো শুনি অমৰ কলিতাই দীঘলকৈ এটা উশাহ ললে। তাৰ পাচত সুধিলে ঃ তই কলৈ যাবি এতিয়া ?

ঃ ঘৰলৈ।

ঃ ঘৈণীয়েৰক ৰায়চাহেবৰ ঘৰলৈ পঠাই নিদিয় কিয় ?

ঃ নাযায়। ভয় কৰে। আকৌ বা কি বিপদত পৰে। তাতে পগলাটোও এতিয়া ঘৰতে আছে।

ঃ তাৰ মানে তই মোক যাবলৈ কৱ ?

ঃ ওঁ।

ঃ ৰায়চাহেবে মোৰ কথা কিয় শুনিব ?

ঃ তই কবি তই সকলো কথা জান বুলি। কেনেকৈ ফাঁকি দি মালতীক বিয়া কৰাইছিল তাকো জান বুলি কবি। মোকৰ্দমা কোৰ্টত উঠিলে ৰায়চাহেবৰো বিপদ আছে বুলি ভয় দেখুৱাবি।

ঃ ওঁ।

ঃ কৰিবিনে বাৰু ?

ঃ তই যা বাৰু বিজয়। মই ভাবি চাওঁ।

· · ·

এইদৰে বিজয় শৰ্মাই আহি অনুনয় কৰাৰ পাচতে বন্ধুৰ প্ৰতি ডেকা উকীল অমৰ কলিতাৰ মনটো কোমল হল। উকীল বাপেকৰ অজস্ৰ সম্পত্তিৰ মালিক অমৰ ; বাপেকৰ একমাত্ৰ লৰা। ধনৰ অভাৱ কেতিয়াও গম পোৱা নাই। বিলাতত বেৰিস্টাৰ হৈ আহি নিজেও ভাল ৰোজগাৰ কৰিছে। বন্ধুক অকণমান সহায় কৰি দিয়াৰ ইচ্ছা অমৰৰ মনত জাগিল। বোধকৰোঁ তাৰ অহং ভাবটোৱে তাক পৰোপকাৰ কৰি নাম কৰাৰ এই সুযোগ লবলৈ কলে। কাছাৰীত ৰায়চাহেবক থকা-সৰকা কৰিবলৈ সি ভাল পালেহেঁতেন। কিন্তু তাকে কৰিবলৈ হলে কাছাৰীৰ সকলো খৰচ সি বহন কৰিব লাগিব। বিজয়ে পইচা দিব নোৱাৰে। সিমান উদাৰ হোৱাৰ মনোবৃত্তি অমৰৰ নাই। মালতীজনীক এতিয়া তাৰ বেলেগে ভাললগা হৈছে। বিজয়ৰ কথা শুনি মালতীলৈ তাৰ দুখ লগা হৈছে। বাপেক-মাক-বোৰৰ ইচ্ছামতে বিয়া কৰাই কত ছোৱালীয়ে এনেকুৱা আধা পাগলৰ লগতে জীৱন কটায়!

সমাজ কল্যাণৰ অফিচত চাকৰি কৰা বিজয়ে অধ্যাপিকা মালতী দেৱীক লগ পাইছিল চীনৰ লগত হোৱা সংঘৰ্ষৰ সময়ত। প্ৰতিৰক্ষা ব্যৱস্থাৰ গুৰি ধৰি মালতী দেৱীয়ে স্থানীয় মানুহৰ ভিতৰত প্ৰায়সকল ডেকাৰ সহায় লৈছিল। কলেজত অধ্যাপিকা হৈ সোমাৱাৰ পাচত মালতী দেৱী আন এগৰাকী অধ্যাপিকাৰ সৈতে মাকক লগত লৈ চেনিকুঠিৰ ভাৰা-ঘৰত থাকে। ওচৰৰে

মেছ এটাত থাকে বিজয় শৰ্মা। চীনা সংঘৰ্ষই আনি দিয়া সেই চিনাকি স্থায়ী হয়। মালতী দেৱীৰ মাকেও বিজয়ৰ নিচিনা শান্ত লৰা এটাক ভাল পালে। তাৰ পাচতে বিয়া। এম. এ. পাছ ছোৱালী এজনীয়ে সাধাৰণ কেৰাণী এটাক বিয়া কৰোৱা লৈ গোটেই গুৱাহাটীতে হুলস্থূল লাগিছিল। বিজয় শৰ্মা নামৰ যে লাজুক কেৰাণী এটা গুৱাহাটীত আছে, সেই কথা গুৱাহাটীয়ে গম পালে মালতীক বিয়া কৰোৱাৰ পাচত হে।

অমৰ কলিতা জঁাপ মাৰি থিয় হল। নিজকে নিজে কলেঃ বাৰু দেখা যাওক।



দুই ॥

জঁাপ মাৰি উঠি ৰায়চাহেব বৰুণকুমাৰ চট্টোপাধ্যায়ে কলেঃ বাৰু দেখা যাওক। ওচৰতে বিৰাট মুখখন মেলি বৈ থকা বাঘ হেন ডাঙৰ গ্ৰেট ডেন কুকুৰটোক ৰায়চাহেবে পিঠিত হাত ফুৰাই দিলে। পুনৰ কলেঃ মিস্টাৰ কলিতা, তোমাৰ বয়স কম। সেই কাৰণেই তুমি মোৰ ওচৰলৈ আহিছা। নহলে আনে এনেকুৱা অনুৰোধ লৈ মোৰ ওচৰলৈ আহিবলৈ সাহ নকৰিলেহেঁতেন। কোনো অন্যায় অনুৰোধ কাণ পাতি শুনাৰ ধৈৰ্যও মোৰ নাই; অনুৰোধ ৰক্ষা কৰাৰতো প্ৰশ্নই নুঠে।

অমৰ কলিতা কিছু সময় মনে মনে থাকিল। বিজয় শৰ্মাই আহি কোৱাৰ পিচদিনা পুৱাই কলিতাই ৰায়চাহেবলৈ ফোন কৰিছিল—লগ পাবলৈ যাব খুজি। ৰায়চাহেবে ফোনতে কি দৰ্কাৰত লগ পাব খোজে সুধিছিল। আইনৰ কথাতে বুলি কলিতাই চমুকৈ কৈছিল। পুৱা ৯ বজাতে আহিলে ভাল হয় বুলি ৰায়চাহেবে ফোনত সমিধান দিছিল। চৌখিন কলিতাই ধুনীয়াকৈ সাজপাৰ কৰি নতুন ফিয়াট গাড়ীখন লৈ ৰায়চাহেবৰ ঘৰ ওলাইছিলগৈ। প্ৰথমতে বাপেকৰ নাম কৈ চিনাকি দিয়াত ৰায়চাহেবে চিনি পালে। ভিতৰত কিবা এটা পেলোৱাৰ শব্দ হোৱাত ৰায়চাহেব excuse me বুলি ভিতৰলৈ উঠি গল। ধুনীয়াকৈ সজোৱা ড্ৰয়িংৰুমটোত অমৰ কলিতা অকলে প্ৰায় বিশ মিনিট বহি থাকিল। এখন চোফাত উঠি আগ ঠেং সাৰটি ৰাজকীয় ভংগীত বহি থকা গ্ৰেট ডেন কুকুৰটো এৰিস্টোক্ৰেট;

আন কুকুৰৰ দৰে ঘেংঘেঙাই নাথাকে। সিও একো আচাৰিত নহৈ বহি থাকিল। অমৰ কলিতাই ড্ৰয়িংৰুমটো চকু ফুৰাই চালে। ধুনীয়াকৈ সজোৱা হয়; কিন্তু বহুত দিনৰ আগতে সজাইছিল। চোফা, প্লাষ্টিকৰ ফুল, বেৰত থকা ছবি আদিত এনেকুৱাকৈ ধূলি আছে যে হাত দিব নোৱাৰি। নিজে বহা চোফাখনৰ কাঠত হাত দি অমৰ কলিতাৰ ঘিণ ঘিণ লাগিল। কাঠৰ ৰং ঢাকি ধূলি জমা হৈছে। লাহেকৈ থিয় হৈ নিজৰ পেণ্ট আৰু চোফাখন ৰুমালেৰে কোবাই ললে। ড্ৰয়িংৰুমত থকা একেখন মাত্ৰ কেলেণ্ডাৰ; ১৯৬৯ চনৰ জুলাই মাহত ১৯৬৯ চনৰ জানুৱাৰী ওলাই আছে। খিৰিকীয়েদি আগফালৰ ফুলনিখন চালে কলিতাই। ভাল ভাল ফুলেই আছে। কিন্তু বহুত দিন যত্ন লোৱা হোৱা নাই। হাবি হৈ গৈছে। ভিতৰত ৰায়চাহেবে গোৰোহনি মাৰি যেন কথা কৈছে। পুৰাই বুঢ়াৰ এইটো কি খং? অকলে অকলে বহি থাকি অমৰ কলিতাৰ এনেকুৱা লাগিল যেন বহুত দিন আগৰ সভ্যতাৰ ভুলত থাকি যোৱা মানুহ এঘৰলৈ সি গৈছে, সকলো কথা তাত যেন তাৰ পুৰণি পুৰণি লাগিছে। ৰায়চাহেব উপাধি দিয়া বৃটিছ ৰজাৰ চাৰ্টিফিকেটখন সোণৰ ফ্ৰেমত বন্ধাই আগফালে আঁৰি থোৱা মানুহ এতিয়াও ৰায়চাহেবৰ বাহিৰে আন কোনোবা আছেনে? এওঁ দেখোন আজিকালি ঘোৰ কংগ্ৰেছী বুলিও জনাজাত।

আগৰ প্ৰসন্ন বদনৰ ঠাইত গম্ভীৰ মুখ লৈ ৰায়চাহেব আহি বহিলহি। বহিয়েই অমৰ কলিতালৈ চাই সুধিলে: বাৰু, তুমি তেন্তে কি কামত আহিছিলা?

প্ৰশ্ন সোধাৰ ধৰণটো অমৰ কলিতাই অকণো ভাল নাপালে। তথাপি বয়সক শ্ৰদ্ধা কৰি অমৰে কলে: আইনৰ ব্যৱসায়ত শিকাৰু হে মই। মোৰ বন্ধু এজন এনেকুৱা বিপদত পৰিছে যে আইনতকৈ তেওঁক আপুনি হে সহায় কৰিব পাৰে। গতিকে আইনৰ কিতাপ তুলি থৈ আপোনাৰ সহায় বিচাৰি আহিলোঁ।



বুঢ়াৰ চকুৰ চোকা দৃষ্টিয়ে যেন অমৰক তন্ন তন্নকৈ ভিতৰলৈকে চাবলৈ চেষ্টা কৰিলে। তাৰ পাচত সুধিলে: কোৱাচোন বাৰু।

অমৰ কলিতাই নিজৰ লগত বিজয় শৰ্মাৰ বন্ধুত্বৰ কথা কৈ ৰায়চাহেবে কৰা মোকৰ্দমাটো তুলি লবলৈ অনুৰোধ কৰিবলৈকে অহা বুলি চমুকৈ কলে।

একো উত্তৰ নিদিয়াকৈ ৰায়চাহেবে শুনি থাকিল। অমৰ কলিতাৰ কথা শেষ হোৱাৰ পাচত কলে: তাৰ পাচত?

: বাকীখিনি আপোনাৰ হে।

: অ' তোমাৰ মোৰ ওচৰত কৰ্তব্য তেন্তে ইমানতে শেষ?

: ঠিক শেষ নহয়; আপোনাক মান্তি কৰাব পাৰিলে হে শেষ হব।

: তেন্তে মোৰ উত্তৰ লাগে?

: হয়।

ৰায়চাহেবে মুখৰ ভাব কঠোৰ কৰি কলে: তুমি কলিতা উকীলৰ পুতেক বুলিয়েই ইমানখিনি কথা শুনিলোঁ। নহলে মই কেচ্ দিছোঁ যেতিয়া তাৰ বিচাৰ কোৰ্টৰপৰা হে লম বুলি ঠিক কৰি দিছোঁ। তাত আৰু কোনো খাতিৰ-বাতিৰ নাই। মোৰ লৰা-ধেমালি কৰা বয়সো নাই, স্বভাৱো কেতিয়াও নাছিল। মই পুলিচৰ মানুহ।

ৰায়চাহেবৰ কথাৰ সুৰ অমৰ কলিতাই একেবাৰে ভাল পোৱা নাছিল। শেষ কথাকিষাৰ প্ৰায় ধমকিৰ সুৰত কোৱা যেন পাই কলিতাই সংযমৰ বান্ধ ঢিলা কৰি কলে: মই আহিছিলোঁ আপোনাৰপৰা আন ধৰণৰ ব্যৱহাৰ পাম বুলি। কথা হৈছে, এই মোকৰ্দমাত, মই যিমান দূৰ জানো, মোৰ বন্ধু বা বন্ধুপত্নীৰ কোনো বিপদ নহয়েই, বৰঞ্চ আপোনাৰ হে বহুত ভিতৰুৱা কথা ওলাই জনাজাত হৈ আপোনাৰ সামাজিক প্ৰতিপত্তি নষ্ট কৰিব।

: তেন্তে তোমাক মই কোৰ্টত লগ পাম। মোৰ কাৰণে দৰদ দেখুউৱা কাৰণে ধন্যবাদ। But I don't want it.

ঃ আপুনি মই কোৱা কথা এবাৰ বিবেচনা কৰি চালে ভাল হব।

ঃ তুমি এতিয়া ইয়াৰপৰা ওলাই গলে ভাল হব।

ঃ বুটিছৰ দিনৰ অমাৰ্জিত পুলিচৰ ব্যৱহাৰৰ চিনাকি লববলৈ মই ইয়ালৈ অহা নাই। আপুনি বৰ্তমান দিনত ইয়াতকৈ ভাল ব্যৱহাৰ জনা উচিত।

ঃ বেছি কথা কোৱা মানুহক মই এই কুকুৰটোৰ হাতত এৰি দিওঁ।

অমৰ কলিতাৰ ইচ্ছা হৈছিল বুঢ়াটোক একে চৰে বগৰাই দিয়াৰ। ওলাই আহিবলৈ থিয় হৈ কলিতাই কলেঃ বাৰু কুকুৰ এটাইকিটাক মই ঠিক ঠাইত লগ পাম।

দুৱাৰৰ মুখ পাই অমৰ কলিতাই এবাৰ দাঁত কামুৰি ৰায়-চাহেবলৈ চালে। ৰায়চাহেবে তাকে দেখি গোঁফৰ তলত এটা হাঁহি বিৰিঙাই কলেঃ যাওঁতে গেটখন বন্ধ কৰি যাবা।

খঙত একোনাই হৈ অমৰ কলিতা গেট বন্ধ নকৰাকৈ গুচি আহিল। ঘৰত গাড়ী ৰাখি ভিতৰ সোমাব খোজাতেই আগফালে বৈ থকা বাপেকে মাতিলেঃ অমৰ শুনাচোন।

ঃ কি দেউতা ?

ঃ তুমি এতিয়া ৰায়চাহেব চট্টোপাধ্যায়ৰ ঘৰৰপৰা আহিছা ?

অমৰ আচৰিত।

ঃ হয়। আপুনি কেনেকৈ জানিলে ?

ঃ বুঢ়াই মোক ফোন কৰি কলে। তুমি বোলে গেটখন বন্ধ নকৰাকৈ আহিছা ?

অমৰৰ ইমান খং উঠিল যে সি আকৌ গৈ বুঢ়াক ঘৰতে গোৰ মাৰি মুখ ভাঙি থৈ অহাৰ কথা তৎক্ষণাৎ ভাবি জেপৰপৰা গাড়ীৰ ছাবি উলিয়াই ললে।

বাপেকে পুতেকক চিনি পায়। হাঁহি কলেঃ ইমান খং উঠিব নাপায় অমৰ। মই তেওঁক ভাল উত্তৰ দিছোঁ। কৈছোঁ যে মোৰ



লৰাই সদায় উচিত ব্যৱহাৰ কৰে; যাৰ ঘৰৰ গেট খুলি অনুসন্ধান কৰাৰ প্ৰয়োজন, তাৰ ঘৰৰ গেট বন্ধ কৰি নাহে।

সেইদিনাই বাপেকে পুতেকক কৈছিল ৰায়চাহেব এটা আচৰিত মানুহ। পুলিচৰ ডেপুটি চুপাৰিণ্টেণ্ডেণ্ট হৈ ইমান ধন-সম্পত্তি ক'ৰ-পৰা গোটালে কোনেও নাজানে। তাৰ কোনো অনুসন্ধানো কেতিয়াও হোৱা নাই। তাৰ উপৰি, ৰায়চাহেবৰ ঘৰত এটা চাকৰৰ মৃত্যু হোৱা লৈ বৰ বেয়া খবৰ এটা কলিকতাৰ "ইণ্ডিয়া ডেইলি" কাকতত ওলাইছিল—১৯৪৭ চনতে—I can tell you the exact date—সেইদিনা মোৰ জন্ম দিন—১৯৪৭ চনৰ ছয় জুনৰ দিনা। তাৰ এবছৰ আগতে তোৰ জন্ম হৈছিল।

ঃ ছয় জুনৰ কাগজত ওলাইছিল ?—অমৰে আগ্ৰহেৰে সুধিলে।

ঃ ওঁ। অ' নহয়; ছয় জুনৰ দিনা আমি কাগজখন পাইছোঁ। তাৰ মানে চাৰি বা পাঁচ জুনৰ কাগজত ওলাইছিল। তেতিয়া কলিকতাৰ কাগজ আহোঁতে এদিন লাগেই।

সেইদিনা অমৰ কলিতাৰ বাপেকে আৰু আন একো কোৱা নাছিল। কিবা শুংসূত্ৰ পোৱাৰ আশাত অমৰ কলিতাই কলিকতাৰ এজন বন্ধুলৈ লিখি সেই কাকতৰ অফিচৰপৰা এই খবৰটো নকল কৰাই আনিছিল। খবৰটো পঢ়ি চাই কিন্তু তাত একো "বেয়া খবৰ"ৰ পুং অমৰ কলিতাই নাপালে। সকলো কষ্ট তাৰ অথলে যোৱা যেন লাগিল। ঃ কিন্তু দেউতাই কিয় কৈছিল 'বেয়া খবৰ' বুলি ? এনেকুৱাওতো হব পাৰে যে খবৰ এইটোৱেই কাগজত ছপা হলেও তাৰ লগত স্থানীয়ভাৱে দেউতাকহঁতে জনা আৰু বহুত খবৰ আছিল ! আৰু সেই কাৰণেই খবৰটোক বেয়া খবৰ বুলিছিল ! দেউতাকক সুধিব নেকি কথাটো ? অমৰে দেউতাকক জানে। পোনে পোনেই কব—উকীলত কাম কাচাৰীত হে। বাহিৰত এইবোৰ মাতমিত কৰাৰ চেষ্টা কৰিলে উকীলৰ বদনাম হয়, কেতিয়াও কৰিব নাপায়।

## তিনি।

১৯৪৭ চনত গুৱাহাটীৰপৰা খবৰ পঠোৱা ৰিপোৰ্টাৰজন বৰ্তমান সেই কাকতৰ সহকাৰী সম্পাদক। খবৰটো পঢ়ি অনুমান হয়, ৰিপোৰ্টাৰজনে যেন বহুত কথা লুকাব খুজিছে। এনেয়ে এপাব ফুৰি আহোঁ বুলি ঘৰত কৈ অমৰ কলিতা কলিকতা পালেগৈ আৰ "ইণ্ডিয়া ডেইলী" কাকতৰ সহকাৰী সম্পাদক চৌধুৰীক লগ ধৰিলেগৈ। গুৱাহাটীৰ পুৰণি স্মৃতি লৈ যোৱা অমৰ কলিতাৰ লগ পাই চৌধুৰীয়ে বৰ ভাল পালে। গুৱাহাটীৰ নিজে চিনি পোৱ বহুত মানুহৰ খবৰ সুধিলে। তাৰে বহুত কেতিয়াবাই মৰিল মাজে মাজে অসমীয়া কথাও দুই-এটা কৈ চৌধুৰীয়ে গৌৰৱ অনুভ কৰিলে। হঠাৎ এবাৰ সুধিলে: আমাৰ ৰায়চাহেবক চিনি পায় আপুনি? ৰায়চাহেব বৰুণকুমাৰ চট্টোপাধ্যায়ক?

: হয়।

: তেখেতৰ ভালনে?

: হয় ভাল। আপুনি চিনি পায়?

: এস্, বৰ ভাল চিনাকি।

অমৰ কলিতাৰ ইচ্ছা হৈছিল ৰায়চাহেবৰ বিষয়ে বহুত ক সুধি পেলোৱাৰ। কিন্তু খৰধৰ কৰিলে সকলো নষ্ট হয় বুলি নিজ সংযত কৰিলে। সহকাৰী সম্পাদকজনে আকৌ সুধিলে: ৰা চাহেবৰ যে বলিয়াৰ নিচিনা পুতেক এজন আছিল?



: হয়, বলিয়াৰ নিচিনা নহয়; বলিয়াই।

: বেয়া লাগে লৰাটোলৈ। বাপেকেই তাৰ মূৰটো খালে।

এইবুলি কৈ বুঢ়াই আন কথা আৰম্ভ কৰিলে। সুবিধা বুজি অমৰ কলিতাই কলে: আপোনাক এনেয়ে এবাৰ লগ পাবলৈকে আহিছিলোঁ—গুৱাহাটীত বহুতৰ মুখত আপোনাৰ নাম শুনি শুনি। কিন্তু এতিয়া আৰু এটা উদ্দেশ্য হল।

বুঢ়াই হাঁহি সুধিলে: কি উদ্দেশ্য?

: ৰায়চাহেবৰ ঘৰৰ বিষয়ে আপুনি বহুত কথা জানে যেন লাগিছে। আৰু, মোৰ সেই বিষয়ে শুনাৰ বৰ ইচ্ছা হৈছে।

: এনেকুৱা কৌতুহল দমন কৰাই ভাল।

: আপোনাৰ আপত্তি থাকিলে দমন কৰিবই লাগিব। আপত্তি নাথাকিলে শুনি সোৱাদ পাম যেন লাগিছে।

সহকাৰী সম্পাদক চৌধুৰীয়ে আৰামেৰে নাকত নস্যি দি এটা হাঁচি মাৰি অলপ গম্ভীৰ হৈ কলে: সোৱাদ পাব পৰা বিশেষ কথা একো নাই। বৰঞ্চ এনেকুৱা মানুহ এজনৰ কিছুমান কাৰ্যই তোমাৰ দুখ হে লগাব।

এই বুলি চৌধুৰীয়ে অমৰ কলিতাক যিখিনি কথা কলে, সেইখিনি খবৰ পাব বুলি কলিতাই আশা কৰা নাছিল। চৌধুৰীয়ে কোৱা কথাৰ থুলমুল অৰ্থ এনেকুৱা হল:

সাতাইশ বছৰীয়া চৌধুৰী তেতিয়া "ইণ্ডিয়া ডেইলি" কাকতৰ অসমত থকা একমাত্ৰ ষ্টাফ ৰিপোৰ্টাৰ। সঁচা কথা কবলৈ গলে সেই সময়ত গুৱাহাটীত থকা বঙালী মানুহ হিচাপেই ৰায়চাহেবৰ লগত চিনাকি। কিন্তু মানুহজনে এনেকুৱা ইংৰাজী চং দি থাকে যে মানুহজনক লগ পালেও খং উঠে। যি হওক, হঠাৎ এদিন কেবাজনো ডেকাই আহি ষ্টাফ ৰিপোৰ্টাৰ চৌধুৰীক এটা লিখিত খবৰ দিলেহি কাকতলৈ পঠাবলৈ। খবৰটো পঢ়ি চৌধুৰী অবাক। ৰায়চাহেব চট্টোপাধ্যায়ে অমানুষিকভাৱে চাকৰটোক হত্যা

কৰিছে বুলি, পাৰিবাৰিক কলংক লুকুৱাই এই হত্যাৰ উদ্দেশ্য বুলি লিখা ৰিপোর্টটো পঢ়ি তেখেতে লৰা কিজনলৈ চালে। এটাই কিজন ৰুপালী লৰা ; ৰায়চাহেবৰ ঘৰৰ ওচৰতে থকা।

অমৰ কলিতাই ব্যগ্ৰ হৈ সুধিলে : কি পাৰিবাৰিক কলংক ?

চৌধুৰীয়ে হাঁহি কলে ঃ সেইবোৰ কথা খুচৰি ফুৰিব নাপায়। মই একো নাজানো।

ঃ আপোনাৰ ৰিপোর্টত তো সেই ডেকা কিজনে কোৱা একো কথা লিখা নাছিল ?—উত্তেজনাত কৈ পেলালে অমৰ কলিতাই।

চৌধুৰী আচৰিত। চকু ডাঙৰ কৰি সুধিলে ঃ কেনেকৈ জানিলে আপুনি ? ইমান দিনৰ আগৰ কথা ? I mean, how do you know ?

অমৰ কলিতা সৈ কাঢ়িবলৈ বাধ্য হল। কলে, ৰিপোর্টটো পঢ়া বুলি। আৰু কলে, সেই বিষয়ে কি জানে সুধিবলৈকে অহা বুলি। গোটেই ঘটনাটোও চমুকৈ বিবৰি কলে।

চৌধুৰীৰ মুখৰ ভাব সলনি হল। তেখেতে স্পষ্ট কৈ দিলে ঃ সেই বিষয়ে কবলৈ মই এনেয়েও একো নাজানো। জনা হলেও কিন্তু নকলোঁহেতেন। মই ওপৰে ওপৰে কোৱা চুআষাৰ কথাই যি কোনো এক পক্ষৰ ক্ষতি কৰিব পাৰে।

অমৰ কলিতাই বহুত অনুৰোধ কৰিলে। বুজালে যে সত্যটো উদ্ধাৰ কৰাত সহায় কৰিলে পাপ নহৈ পুণ্য হে হব। হাঁহি মাৰি চৌধুৰীয়ে কলে ঃ পাপ-পুণ্য পিচৰ কথা। প্ৰথম কথা হল, এই কাম মই নকৰোঁ। সেই বিষয়ে মই একো নাজানো। আপুনি এই উদ্দেশ্য লৈ অহা বুলি জানিলে মই এতিয়ালৈকে কোৱাখিনিও নকলোঁহেতেন।

অমৰ কলিতাৰ কলিকতাত তিনি দিন ধৰি কৰা সকলো চেষ্টা বিফল হল। চৌধুৰীয়ে ৰায়চাহেবৰ বিষয়ে আৰু এটাও শব্দকে উচ্চাৰণ নকৰিলে।



তৃতীয় দিনা অমৰ কলিতাই কলিকতাৰ হোটেলত আহি বিছনাত দীঘল দি ভাবিবলৈ ধৰিলে ঃ কি কৰা যায় এতিয়া ? ৰায়চাহেবে তাৰ প্ৰতি অসম্মানজনক ব্যৱহাৰ কৰাৰ পাচত এতিয়া আৰু ৰায়চাহেবক এশিকনি দিয়াটো অকল বিজয়-মালতীৰে কথা হৈ থকা নাই ; এইটো এতিয়া অমৰ কলিতাৰ সম্মানৰ প্ৰশ্নও। কি কৰা যায় ? এটা কাম কৰিব পাৰি। বুঢ়াক শাস্তি দি দি সৈ কঢ়াব পাৰি। সেইটো কিন্তু লুকাই থোৱা টান হব। অমৰৰ বাপেকে গম পালে বৰ বেয়া পাব।

হঠাৎ অমৰৰ মনত খেলালে, গুৱাহাটীত ইমানবোৰ মানুহৰ মাজত থকা এঘৰত ঘটা ঘটনা এটাৰ উঁহ বিচাৰি কলিকতাত সেই বিষয়ে জানিব পৰা এজনৰ ওচৰলৈ প্ৰথমতে গুচি অহাটো মূৰ্খামি হোৱা নাইনে ? গুৱাহাটীত নো এনেকুৱা দহজন মানুহ নোলাবনে যি ৰায়চাহেবৰ ঘৰৰ ভিতৰুৱা খবৰ জানে ? কথাটো মনত খেলোৱাৰ লগে লগে কলিতাৰ মনটো ভাল লাগিল। পিচদিনা পুৱাই অসমলৈ অহাটো ঠিক কৰি কলিতা প্ৰসন্নমনে ওলাই গল সন্ধিয়াৰ কলিকতাক উপভোগ কৰিবলৈ।

অমৰ কলিতা হঠাৎ কলিকতালৈ গুচি যোৱাৰ খবৰ পাই বিজয় শৰ্মা বিমোৰত পৰিল। সন্ধিয়া ঘৰত গৈ মালতীক কলেগৈ। তুয়ো সন্দেহ কৰিলে কলিতাই গা এৰা দিবলৈকে পলোৱা বুলি। বিজয়ক খুব বেছি চিন্তান্বিত দেখি মালতীয়ে সান্ত্বনা দিলে। কলে ঃ ইমান বেছি চিন্তা কৰিব নাপায়। বিপদত পৰিলে মানুহ সাধাৰণতে সহায় কৰিবলৈ আগ বাঢ়ি নাহে। সম্পদৰ সময়ত হোৱা সকুসুৰা বিপদত হে সহায় পোৱা যায়। তুমি চিন্তা নকৰিবা। আমি আন এজন উকীল ধৰিম।

বিজয়ৰ মুখৰপৰা তথাপি বিষাদৰ ভাবটো দূৰ নহল। লাহেকৈ কলে ঃ কিন্তু মোকৰ্দমাৰ দিন পালেহিয়েই যে ?

ঃ ঠিক আছে, আজিয়েই ধৰিমগৈ। আৰু, কেচটো মোৰ ওপৰত হে; তুমি ইমান চিন্তা কৰিছা কিয় ?—নিজৰ বিপদৰ কাৰণে বিজয়ে সকলো দায়িত্ব লৈ চিন্তা কৰা দেখি মালতী মনে মনে সুখী হৈছিল। নিজৰ সম্পূৰ্ণ দায়িত্ব আন এজনৰ ওপৰত এৰি দিব পৰাত সঁচাকৈ শান্তি আছে। বিজয় মনে মনে থকা দেখি মালতীয়ে কলে ঃ তোমাক মই বৰ বিপদত আৰু চিন্তাত পেলাইছোঁ নহয় ?

মালতীয়ে লাহে লাহে বিজয়ৰ ডাঠ চুলিবোৰত আঙুলিবোৰ সুমাই দিলে। মালতীৰ কথাত বিজয় সজাগ হল। লৰালৰিকৈ কলে ঃ নাই, মানে কি বিপদ আৰু কিনো চিন্তা ? সেইটো মই ভবাই নাই। ঠিক আছে, তুমি কোৱা মতেই হব।

মালতীতকৈ বিজয় পাঁচ ছয় বছৰৰ সৰু।

মালতীয়ে বিজয়ৰ মূৰটো মৰমেৰে কোলাত ললে। এই লাজকুৰীয়া লৰাটোক প্ৰথম দেখিয়েই মৰম লাগিছিল মালতীৰ। কিন্তু নিজৰ বিপৰ্যস্ত জীৱনৰ সংগী হিচাপে পোৱাৰ কথা কেতিয়াও কল্পনা কৰা নাছিল। সেয়া প্ৰায় ছয় সাত বছৰৰ আগৰ কথা। মাক-বাপেকৰ লগত চিনাকি কৰি দিছিল মালতীয়ে। প্ৰথম এদিন মালতীয়েই বিজয়ক নিজৰ ঘৰলৈ লৈ গৈছিল কিবা কাগজ এখন দিবলৈ। তাৰ পাচত বিভিন্ন দৰ্কাৰত কেবাবাৰো গৈছিল। গৈছিল, বহিছিল, কোনোবাই মাতিলে কথা পাতিছিল, তাৰ পাচত কামটো হোৱাৰ লগে লগে গুচি আহিছিল। তাৰ পাচত মালতীৰ ঘৰত চাহ খাইছিল, ভাত খাইছিল আৰু মালতীৰ বাপেকৰ বেমাৰত ৰাতি খপিছিল। এদিন ওৰে নিশা মালতীৰ বাপেকৰ ওচৰত বহি টোপনি খতি কৰা বিজয়ক পুৱাই এপিয়লা চাহ দিবলৈ আহি মালতীয়ে দেখিছিল—বেচেৰাই চকীত বহি জপক জপক টোপনিয়াইছিল। ঢল পুৱাৰ আধা অন্ধকাৰ আধা সপোন পৰিবেশে মালতীৰ মনটো কেনেবা কৰি দিলে। মৰমেৰে দুই হাতেৰে তাৰ গাল দুখন ছুই মালতীয়ে বিজয়ক জগাই দিলে। উস্ ৰাম, কি লাজ লৰাটোৰ!



সি ইমান ৰঙা পৰিল আৰু ইমান লাজ পালে যে মুখেৰে কথা কব নোৱাৰা হল। খাবলৈ লোৱা চাহ পিয়লা হাতৰপৰা বেচেৰাৰ সৰি পৰিছিল।

মালতী বাধ্য হৈছিল কবলৈ ঃ নেপায় নহয় ইমান লাজ কৰিব।

মালতীয়ে বিজয়ৰ লাজ ভাঙিছিল। লগে লগে ভাঙিছিল নিজৰ মনত থকা পুৰুষৰ আসৈ নিদিয়াৰ ব্ৰত।

বিজয়ক বিয়া কৰোৱাৰ আগতে মালতীয়ে অবিনাশৰ লগত আইন মতে বিবাহ-বিচ্ছেদ কৰি লোৱাৰ প্ৰশ্ন উঠিছিল। কিন্তু এটা পাগলৰ লগত আৰু কি আইনৰ কথা ? লাগে যদি বিজয়ক বিয়া কৰোৱাৰ পাচত অবিনাশৰ পক্ষৰপৰা মোকৰ্দমা তৰক। ফাঁকি দি পাগল এটালৈ বিয়া কৰোৱাৰ মজা ৰায়চাহেবক দেখুৱাব পৰা হব।

মালতী আৰু বিজয়ে ঠিক কৰিলে, মালতীক প্ৰথম জামিনত অনা উকীলজনকে এইবাৰলৈ ধৰা হব। তাৰ পাচত অমৰ কলিতা আহিলে এবাৰ সুধি লোৱা হব—এই মোকৰ্দমাত তেওঁলোকৰ পক্ষ লবলৈ কলিতাৰ ইচ্ছা নাই নেকি। যদি নাই, তেন্তে তাৰ পাচত হে চাইচিতি আন এজন উকীল ঠিক কৰা হব। উকীলৰ ঘৰলৈ যাবলৈ বিজয় ওলাল। ঠিক এনে সময়তে আহি অমৰ কলিতা উপস্থিত। কমৰ কলিতা গাড়ীৰপৰা নমা দেখিয়েই দুয়োৰে মুখত হাঁহি বিয়পি পৰিল।

নাই মালতীয়ে একো নাজানে। অমৰ কলিতা কলিকতাৰপৰা ঘূৰি আহি পোনেপোনেই বিজয় শৰ্মাৰ ঘৰলৈ আহিছিল। বিজয়ে উৎকণ্ঠাৰে মোকৰ্দমাৰ দিন পৰাৰ কথা কওঁতে কলিতাই 'দিন লোৱা হব' বুলি সেই সমস্যাক এটা কথাতে উৰাই দি মালতীক প্ৰশ্ন

কৰিবলৈ আৰম্ভ কৰিছিল—ৰায়চাহেবৰ ঘৰৰ বিষয়ে তেওঁ কি জানে উলিয়াবলৈ। কিন্তু আচৰিত কথা যে মালতীয়ে একো নাজানে। আন কি চাকৰ এটা আত্মহত্যা কৰি মৰাৰ কথাও নাজানে। অবিনাশ পগলা হোৱাৰ মূলত কিবা গুপ্ত ঘটনা থাকিব পাৰে বুলিও মালতীয়ে কেতিয়াও ভাবি চোৱা নাই। ওহোঁ, মালতীৰ বাপেকেও একো নাজানে, বিজয়েতো নাজানেই। ৰায়চাহেবৰ ঘৰৰ বিষয়ে কোনে জানিব পাৰে, সেই কথা মালতী-বিজয়হঁতে কব নোৱাৰে। অমৰ বৰ হতাশ হল। অমৰৰ ইচ্ছা আছিল ৰায়চাহেবৰ ঘৰৰ সকলো কেলেংকাৰী উলিয়াই ৰায়চাহেবক বঢ়িয়াকৈ মজা দেখুউৱা। কিন্তু……



চাৰি।

ৰায়চাহেব বৰুণকুমাৰ চট্টোপাধ্যায়ৰ সংসাৰ বিৰাট। ২১ বছৰ বয়সত সহকাৰী চাব-ইন্সপেক্টৰৰ কামত সোমোৱা চট্টোপাধ্যায়ে ১৯৪২ চনৰ ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময়ত বৃটিছ চৰ্কাৰক সন্তুষ্ট কৰিব পৰাকৈ স্বাধীনতা আন্দোলনকাৰীৰ ওপৰত অত্যাচাৰ কৰি চাকৰিত প্ৰমোচন পাই ডেপুটি চুপাৰিন্‌টেণ্ডেণ্ট অব্ পুলিচ হল; আৰু লগতে ৰায়চাহেব উপাধি পালে। ২৫ বছৰ চাকৰি কৰি ১৯৪৭ চনত ৰায়চাহেবে অৱসৰ ললে। বন্ধু-বান্ধৱ বহুতক কলে, "কংগ্ৰেছী ভলন্টিয়াৰক কোবাই কোবায়েই পুলিচ চাহাব হলোঁ; এতিয়া আৰু সেই ভলন্টিয়াৰ মন্ত্ৰীৰ তলত চাকৰি কৰাতকৈ অৱসৰ লোৱাই ভাল। এতিয়া ১৯৬৯ চনত ৰায়চাহেবৰ বয়স ৬৮ বছৰ—একেবাৰে ডেকা যেন হৈ আছে। বৰ-পুতেক অৰুণকুমাৰ সৰবৰাহ বিভাগৰ ডেপুটি ডিৰেক্টৰ; থাকে ডিব্ৰুগড়ত। বৰ-পুতেকৰ লৰা-ছোৱালী চাৰিটা। বৰ নাতিৰ বয়সেই প্ৰায় বিশ বছৰ। ৰায়চাহেবৰ সন্তান মুঠতে পাঁচটা। দ্বিতীয়জনী ছোৱালী; গিৰিয়েক এতিয়া পুলিচৰ ডেপুটি চুপাৰিণ্টেণ্ডেণ্ট; বৰ্তমান চিলঙত। তৃতীয়টো পুতেক আছিল; ছমাহতে মৰিল। চতুৰ্থ সন্তান কন্যা; চিলঙত কাম কৰা এজন কেৰাণীলৈ বিয়া দিছে। পঞ্চম আৰু সৰু পুতেক অবিনাশ—মালতীক বিয়া কৰাইছিল; বলিয়া; বৰ্তমান ঘৰতে

থাকে; ক্লাচ নাইনলৈকে পঢ়িছিল; বৰ্তমান বয়স সাতত্ৰিশ। অবিনাশ বলিয়া হয় পোন্ধৰ বছৰমান বয়সতে। তাৰ পাচত তুবাৰ তেজপুৰৰ পগলা ফাটেকত আছেগৈ। কিন্তু তাৰ বলিয়ালি ভাল হোৱা নাই; বৰঞ্চ বেছি হে হৈছে।

১৯৬৯ চনৰ স্বাধীনতা দিবসৰ বন্ধত জীয়েক-জোঁৱায়েক, পুতেক নাতি-নাতিনী সোপায়ে ৰায়চাহেবৰ ঘৰত গোট খাইছে। গোটেইখন হুলস্থুল। কাৰো মাত কোনেও নুশুনা হৈছে। সেই হুলস্থুলৰ মাজত বৰপুতেক আৰু বৰ জোঁৱায়েকে এটা কোঠাত সোমাই ৰায়চাহেবৰ লগত গুপুতে কথা পাতি আছে। বৰপুতেকেই মাজতে ধৰি কলে—

: ই যে অমৰ কলিতা নে কি নামৰ গুণ্ডা উকীলটো আপোনাৰ পিচত লাগিছে, তাৰ কাৰণ কি?

: তই কেনেকৈ জানিলি?—ৰায়চাহেব আচৰিত।

: মই জনাতো বাদেই। বহুতেই জানিছে। আপোনাৰ ডেকা বয়সৰ বন্ধু আৰু চিনাকি মানুহ বিচাৰি আপোনাৰ বিষয়ে কথা সুধি ফুৰিছে।

বৰ জোঁৱায়েকে মাত লগালে: চিলঙতো সি কেবাজনৰ ওচৰলৈ গৈছে বুলি মই খবৰ পাইছোঁ। আপুনি ধুবুৰীত চাকৰি কৰি থকা দিনৰ আপোনাৰ বন্ধু কেবাজনকো সি লগ ধৰিছেগৈ। গুৱাহাটীতো মই শুনিছোঁ।

বৰ-পুতেকে মাত লগালে: শুনিছোঁ বোলে অবিনাশক মাতি নি সি কেবাদিনো বহুত কথা পাতিছে। সেই পাগলটোৱে বা কি কি কৈছে ভগৱানে হে জানে। মই তাক সুধিছিলোঁ; সি সৈ নাকাঢ়ে।

ৰায়চাহেব চক্ খোৱাৰ দৰে হল। জোৰেৰে সুধিলে: অবিনাশক?

: ওঁ।

: তাক বাহিৰলৈ ওলোৱা মই বন্ধ কৰি দিছিলোঁ নহয়!



বৰ-পুতেকে বিৰক্তিৰে কলে: তাতকৈ মালতীৰ ওপৰত কৰা মোকৰ্দমাটো তুলি ললেই হয় দেখোন। মই জনাত কলিতা উকীলে সেই সম্পৰ্কতে আপোনাক বিপৰ্যস্ত কৰিবলৈ এইবোৰ খবৰ বিচাৰি ফুৰিছে।

বুঢ়া মনে মনে থকা দেখি বৰ জোঁৱায়েকে কলে: কথাটো মিছা নহয়। প্ৰতি পৰিয়ালতে খুচৰি থাকিলে বহুত দোষ ওলাব। সেইবোৰলৈ যোৱাৰ লাভ কি? আৰু, মালতীৰ নতুনকৈ বিয়া কৰোৱাত একো দোষ নাই বুলি আমি নিজে জানো যেতিয়া……

ৰায়চাহেবৰ খং উঠিল: কিন্তু তাই মোক আগতে নুসুধিলে কিয়? তাই কিয় সেইদৰে মনে মনে বিয়া কৰাই অপমান কৰিলে? তহঁতে মোৰ অপমানৰ প্ৰতিশোধ লবলৈ ভয় কৰি মোক উপদেশ দিবলৈ আহিছহঁক? তহঁতৰ কোনো সহায় মই বিচৰা নাই; উপদেশো নালাগে।

ৰায়চাহেবৰ ঘৰত সকলো গোট খোৱা উৎসৱৰ পৰিবেশত বিপদৰ যেন ছাঁ পৰিল। নাতি-নাতিনীহঁতকো ৰায়চাহেবে ভালকৈ নমতা হল। সৰুৰেপৰা পুতেক-জীয়েকহঁতে দেখি আহিছে, ঘৰখনত মাক একেবাৰে চাকৰণী থকাদি থাকে; কোনো কথাতে ৰায়চাহেবক একো কবলৈ সাহ নকৰে। এইবাৰ বুঢ়াই আৰু এটা কাণ্ড কৰিলে। ভাত নাখাওঁ বুলি বহি থকা ৰায়চাহেবক ভাত খাবলৈ কাকুতি কৰিছিল ঘৈণীয়েকে। সকলো পুতেক-জীয়েক, জোঁৱায়েক-বোৱাৰীয়েকৰ আগত বুঢ়ীক চুলিত ধৰি জোকাৰি বুঢ়াই খাওঁ খাওঁ মূৰ্তিৰে কলে: তয়ে মোক খালি; এতিয়া আকৌ ভাত খাবলৈ কেহেলিয়াবলৈ আহিছ? বৰপুতেকে দৌৰি গৈ একৱাই দি কলে: আয়ে আপোনাক খালে নে আপুনি আইক খালে, সেইবোৰ আপোনালোকৰ মাজৰ কথা। আমাৰ আগত এইবোৰ কৰিছে

কেলেই? সৰু সৰু লৰা-ছোৱালীবোৰে কি ভাবিব? বুঢ়া মনে মনে থাকিল। সেইদিনা সন্ধিয়াৰপৰা বুঢ়াৰ পুতেক জোঁৱায়েক এটা এটাকৈ চাকবিস্থললৈ যাবলৈ ধৰিলে। ৰায়চাহেবৰ পৰিবাৰ বৰপুতেকৰ লগত গুচি যোৱাত বুঢ়াই আপত্তি নকৰিলে। কেৱল অবিনাশক লৈ যাবলৈ বৰ জোঁৱায়েকক কলে। কিন্তু বৰ জোঁৱায়েকে যাবৰ পৰত অবিনাশক বিচাৰি নাপালে। গতিকে নিব নোৱাৰিলে। ঘৰত থাকিল কেৱল অবিনাশ আৰু ৰায়চাহেব।

তিনিটা চাকৰৰ সৈতে নিৰিবিলি ঘৰখনত ৰায়চাহেবক অতীতৰ বহুত স্মৃতিয়ে ঘেৰি ধৰিলে। আজিও বৃটিছৰ দিন থকা হলে ৰায়চাহেবৰ সন্মান বহুত ওপৰত থাকিলহেঁতেন। অতি সাধাৰণ পূৰ্ববঙ্গৰপৰা আহি গুৱাহাটীত বসবাস কৰি দোকান দি জীৱিকা অৰ্জা এক পৰিয়ালত ৰায়চাহেবৰ জন্ম। সৰুৰেপৰা গুণ্ডা প্ৰকৃতিৰ আছিল ৰায়চাহেব। বাপেকে উপায় নাপাই পুলিচত সুমাই দিলে। অলপ দিনৰ ভিতৰতে ৰায়চাহেব সাধাৰণ লিটাৰেট কনিস্টবলৰপৰা *এচিচ্‌টেণ্ট* চাব-ইন্সপেক্‌টৰ হল। তাৰ পাচতে আহিল ভাৰতৰ স্বদেশী আন্দোলন। এই আন্দোলনক মষিমূৰ কৰাটো ৰায়চাহেবে যেনেকৈ নিজৰ একমাত্ৰ কৰ্তব্য বুলি ধৰিছিল, সেইদৰে বোধকৰোঁ ভাৰতত থকা বৃটিছবোৰেও ধৰা নাছিল। অসমত বৃটিছৰ তলতে হোৱা কংগ্ৰেছী মন্ত্ৰীসভাৰ প্ৰসঙ্গত ৰায়চাহেবে কৈছিল যে বৃটিছে এইটো ভুল কৰিছে; পিচত গৈ এই ভলণ্টিয়াৰ সোপাই ৰজা হবগৈ। ১৯৪২ চনত আন্দোলনত নগাঁৱত ডেপুটি চুপাৰিণ্টেণ্ডেণ্ট হৈ থকা কালত কিমান কংগ্ৰেছীক লাঠিৰে কোবাই ঘূণীয়া কৰিলে, সেই কথা কৈ ৰায়চাহেবকে এতিয়াও মানুহে শাও দিয়ে। সেই কংগ্ৰেছেই দেশৰ ৰজা হোৱাৰ পাচত ৰায়চাহেব আৰু চাকৰিত নাথাকিল; অৱসৰ লোৱাৰ আগৰ তিনি বছৰ ছুটী লৈ ৰায়চাহেবে আগতীয়াকৈ অৱসৰ ললে। ৰায়চাহেবে ভাবি আছিল, কংগ্ৰেছৰ



কেলেহুৱা ভলণ্টিয়াৰে দেশ চলাব নোৱাৰে; আকৌ বৃটিছ চাহাব আহিব। কিন্তু সেই আশা আজিও ফলা নাই। ৰায়চাহেবে সেই বুলি চাহেবীয়ানা এধানো এৰি দিয়া নাই। সাজ-পাৰ, খোৱা-মেলাৰ ব্যৱস্থা, ফুৰা-চকা আদি সকলোতে চাহাবী ঢং ৰক্ষা কৰিছে। এটা কুকুৰ ৰখাৰ অভ্যাসটোও এৰা নাই।

ধন-সম্পত্তিৰো অভাৱ নাই ৰায়চাহেবৰ। মানুহে কয়, পুলিচত চাকৰি কৰি থকা কালতে যথেষ্ট ধন-সম্পত্তি কৰি ললে ৰায়চাহেবে; ইচ্ছা কৰিলে এতিয়াও দহোটা কংগ্ৰেছী মন্ত্ৰী কিনিব পাৰে। ইমান কম দৰমহাৰ চাকৰি কৰি কেনেকৈ ইমান সম্পত্তি কৰিলে, সেই কথা বহুতে ভাবে। কিন্তু ৰায়চাহেবে বোলে জানে যে পুলিচৰ ওপৰৱালাৰ চাকৰিত গোটাব জানিলে ধন দোণে দোণে দিনৌ আহে আৰু সেই কায়দা তেখেতে হেনো জানিছিল।

একমাত্ৰ ঘৰুৱা জীৱনত হে ৰায়চাহেবৰ প্ৰতিপত্তি কেতিয়াবা হ্ৰাস হোৱা যেন লাগে। বৰপুতেকে নিজে প্ৰেমত পৰি বিয়া কৰালে। খঙতে বৰপুতেকক তেখেতে গুলী কৰি মাৰিব খুজিছিল। কিন্তু বিয়াৰ পিচত পাঁচ বছৰলৈকে পুতেকৰ ছাঁটোও নেদেখাৰ ফলত বুঢ়াৰ সেই খং জামৰিল। বৰ জীয়েকে পুলিচক বিয়া নকৰাওঁ বুলি কৈছিল। ৰায়চাহেবে জোৰ কৰি বিয়া দিলে। এতিয়া বৰ জোঁৱায়েকটো মদপী; ঘৈণীয়েকক দিনৌ অত্যাচাৰ কৰে। ৰায়চাহেবে প্ৰথমে জোঁৱায়েকক হুমকি দি চাইছিল। এতিয়া একো নোকোৱা হল।

ৰায়চাহেবৰ ঘৰুৱা জীৱনত এটাইতকৈ ডাঙৰ অশান্তি হল স্ত্ৰীৰ লগত কোনো কথাতে বাহি জোৰা নহা ভাবটো। ৰায়চাহেবৰ মতে তিৰোতাৰ জন্ম ঘৰৰ ভিতৰত বন্দী হৈ থাকিবৰ কাৰণেই। এই এটা বিষয়ত তেখেত একেবাৰে হিন্দু। ৰায়চাহেবে ঘৈণীয়েকক পুতেক-জীয়েক দুই-তিনিটাৰ বিয়া হোৱাৰ পাচলৈকে সৌকাৰে কোবোৱাৰ সাক্ষী পুতেক-জীয়েকহঁতেই দিব পাৰে। এতিয়া সিমান নাই; কিন্তু, তথাপি ঘৈণীয়েকে এতিয়াও গিৰিয়েকৰ আগত মূৰ তুলি কথা

কৰ নোৱাৰে। ৰায়চাহেবৰ মনত পৰে, সৌকাৰ কোব খাই খাই এদিন—জীৱনত মাত্ৰ এদিন—ঘৈণীয়েকে এযাৰ কথা কৈছিল ঃ ইমান অত্যাচাৰ কৰাতকৈ খেদি নিদিয়ে কিয়? তাৰ উত্তৰো ৰায়চাহেবে দিছিল। গুৰিয়াই গুৰিয়াই মুখত ঘা লগাই কৈছিল ঃ সেই সুখ তোক নিদিওঁ। তই ওৰে জীৱন মোৰ লগতে থাকিব লাগিব। এই বুঢ়া বয়সতো ৰায়চাহেবৰ বিশ্বাস যে তিৰীক আসৈ দিয়া আৰু চোৰক আসৈ দিয়া একে কথা। উভয়ৰে একমাত্ৰ ঔষধ চৰ-গোৰ-মাৰ।

মালতীক বিয়া কৰাওঁতে পুতেক পাগল বুলি জানিয়েই কৰাইছিল। সেই দোষৰ কাৰণে ৰায়চাহেব মালতীৰ ওচৰত যথেষ্ট সৰু হৈছিল। কিন্তু তাতে লাই পাই মালতীয়ে কি কৰিলে? ৰায়চাহেবক কোৱা হলেও তেখেতে কিজানি লৰা এটা বিচাৰি মালতীক বিয়া দি দিলেহেঁতেন। কিন্তু কিহৰ প্ৰেম এইবোৰ? লৰাই ছোৱালীয়ে প্ৰেম কৰাটো ৰায়চাহেবে সহ্য কৰিব নোৱাৰে। সেই একে দোষতে তেওঁ আজিও বৰ বোৱাৰীয়েকক মুখেৰে নেমাতে। কেতিয়াও। ৰায়চাহেবৰ বিশ্বাস, সমাজৰ সকলো পাপৰ মূলতে এই প্ৰেম। ইয়াক কঠোৰ হাতেৰে শাসন কৰা দৰ্কাৰ। ই মানুহক স্বাৰ্থপৰ, অকৃতজ্ঞ, প্ৰবঞ্চক আৰু লম্পট কৰে।

ঘৈণীয়েক এই প্ৰথম বাৰৰ কাৰণে ৰায়চাহেবক এৰি বৰ পুতেকৰ লগত গল। ৰায়চাহেবৰ পঠোৱাৰ ইচ্ছা নাছিল। বৰ পুতেকে বৰকৈ ধৰাতহে পঠাইছে। সোনকালে পঠিয়াই দিবলৈ কৈ পঠাইছে।

বহুত দিনৰ মূৰত অকলশৰীয়া ঘৰখন ৰায়চাহেবৰ কেনেবা কেনেবা লাগিল। মালতীৰ কথা মনত পৰিল। মালতীয়ে আহি ভৰিয়ে-হাতে ধৰি ক্ষমা ভিক্ষা কৰা হলে ৰায়চাহেবে নিশ্চয় তাইক ক্ষমা কৰিলেহেঁতেন। কথা হৈছে, ৰায়চাহেবৰ বিশ্বাস, মালতীয়ে তেওঁৰ ঘৰৰ বহুত ভিতৰুৱা খবৰ জানে। এনেকুৱা ভিতৰুৱা খবৰ জনা মানুহ আঁতৰি পৰাটো বিপজ্জনক। এই অমৰ কলিতা নামৰ উকীলটোৱে নিশ্চয় বহুত কথা তাইৰপৰাই পাইছে। তাইক বাৰু



কিবাকিবি কথা ঘৈণীয়েকেও কৈছিল নেকি? কবলৈ সাহ কৰিবনে? ঠিক নাই, মাইকী মানুহক বিশ্বাস কৰিব নোৱাৰি। কৈছে যদিহে বিপদ হব। অবিনাশ পাগলে তাইক একো কথা কোৱাৰ সুযোগ পোৱা নাছিল। ইমানবোৰ ভিতৰুৱা কথা জানি ৰায়চাহেবক বিশ্বাস-ঘাতকতা কৰিবলৈ বিয়া কৰোৱাৰ কাৰণেই ৰায়চাহেবৰ মালতীৰ ওপৰত খং। এই খঙৰে প্ৰকাশ ধন-সম্পত্তি আত্মসাৎ কৰাৰ মোকৰ্দমা। সি কেলেহুৱা সিদিনাৰ উকীল এটাই আকৌ ৰায়চাহেবক সমানে সমানে বুজাবলৈ আহিবলৈ সাহ কৰে। হেৰ' আহিছ আহ, সেওভেও হৈ কথা নিবেদন কৰহি। ইস্, তাক উকীল বুলি জানিয়েই যেন মই মোকৰ্দমা তুলি লম। টকা এহেজাৰ হাতত দিলেই সি আজিয়েই পক্ষ এৰি মোৰ কুকুৰ হৈ নেজ জোকাৰিবহি। আহিছিল চাগৈ সি সেই আশাতে। নিলাজ—একেবাৰে নিলাজ।

পুতেকহঁত বা জীয়েকহঁতক কোনোদিন আসৈ দিয়া নাই ৰায়চাহেবে। পগলা বুলিয়েই হওক বা যি বুলিয়েই হওক, অবিনাশৰ প্ৰতি এটা দুৰ্বলতা আছে তেখেতৰ। একমাত্ৰ তাকেই ৰায়চাহেবে প্ৰতি সন্ধিয়া ফুৰিবলৈ যাওঁতে লগত নিয়ে, তাৰে সৈতে হে ইটো সিটো কথা পাতিব খোজে। ৰায়চাহেবে তাক লগৰপৰা এৰি নিদিয়ে। পগলা মানুহ, ক'ত বা কি কৰি গণ্ডগোল কৰেগৈ, মাৰ খায়গৈ। ঘৰৰ মানুহবোৰ যোৱাৰ পাচত আজি চাৰিদিনে ৰায়চাহেবে তাক সন্ধিয়া ফুৰিবলৈ যাওঁতে পোৱা নাই। তাতে বৰপুতেকে যে কৈ গল—অবিনাশকো অমৰ কলিতাই লগ পোৱা বুলি! কথাটো শুনি ৰায়চাহেবৰ বৰ ভাল লগা নাছিল। পগলা এটাৰপৰা ঘৰুৱা খবৰ সোধা মানুহজনৰ ভদ্ৰতাৰ ওপৰতো ৰায়চাহেবৰ বিশ্বাস নাছিল। ৰায়চাহেবে চাকৰ এটাক কলে অবিনাশক মাতি দিবলৈ। চাকৰটোৱে উত্তৰ দিলে—অবিনাশ দুপৰীয়াই ওলাই যোৱা বুলি। অবিনাশ এনেকৈ গলে ৰায়চাহেবে ভয় খায়। খঙতে চাকৰটোকে গালি পাৰিলে। কলে ঃ বেগেতে যা, ক'ত আছে তাক বিচাৰি

আন। কোনোবা চাহৰ দোকানত বহি আছে নিশ্চয়। "হয় চাৰ" বুলি চাকৰটো ওলাই গল। বুঢ়াই বহুত পৰ ছটফটাই থাকিল। অবিনাশে আকৌ এইটো কি বলিয়ালি আৰম্ভ কৰিছে? সিতো আগেয়ে এইদৰে ওলাই নাযায়? কলৈ যায় বাৰু সি? তাক এইবাৰ বন্ধ কৰি ৰাখিব লাগিব কিছুদিন। অবিনাশৰ হঠাৎ এনেকুৱা ব্যৱহাৰে ৰায়চাহেবক বৰ বেয়াকৈ ভয় খুৱাই দিলে। এনেকুৱা ভয় ৰায়চাহেবে মাত্র আৰু এবাৰ খাইছিল জীৱনত। তেতিয়া ভাৰতত ১৯৪২ চনৰ আন্দোলন। কংগ্রেছ ভলন্টিয়াৰ কেইটামানক বৰ বেয়াকৈ গুৰিয়াইছিল ৰায়চাহেবৰ পুলিচে। পিচদিনা এটা তাৰে মৰি থাকিল। ডাক্তৰে অৱশ্যে ৰিপোর্ট দিলে হঠাৎ হৃদযন্ত্রৰ ক্রিয়া বন্ধ হৈ মৰা বুলি। কিন্তু, কংগ্রেছ ভলন্টিয়াৰ এটাই কেচ্ কৰিছিল ৰায়চাহেবে গুৰিয়াই মৰা বুলি। সেইবাৰ ৰায়চাহেবে ভয় খাইছিল—বৰ বেয়াকৈ ভয় খাইছিল। ভাগ্য ভাল যে সেই সময়ত জিলাৰ পুলিচ-চাহাবজন বঙালী আছিল। তেওঁ ৰিপোর্ট দিলে যে ঘটনাৰ দিনা ৰায়চাহেব অন্য ঠাইত কামত ব্যস্ত থকাৰ প্রমাণ আছে। গতিকে কেচটো একো নহলগৈ। মানুহ মৰাৰ অপৰাধ কাছাৰীত প্রমাণিত হলে যে চাকৰিটো বাদেই, ফাঁচীও হব পাৰে—এই চিন্তাই তেতিয়া ৰায়চাহেবক খাই মাৰিছিল। কিন্তু সেইটো ভয়ৰ লগত অবিনাশ অকলে ফুৰিবলৈ যোৱাত খোৱা ভয়ৰ কিবা সামঞ্জস্য আছে জানো? হয়তো নাই; কিন্তু ভয় লাগে অবিনাশক অকলে এৰি দিবলৈ। সঁচা কথা, তেজপুৰৰ পগলা ফাটেকত দুয়োবাৰ সি গৈ অকলেই আছেগৈ। তথাপি তাক দেখোন ঘৰত থাকিলে অকলে এৰি দিবৰ মন নাযায়—ভয় লাগে।

চাকৰটো দুঘণ্টাৰ মূৰত ঘূৰি আহিল। ভয়ে ভয়ে কলেহি, অবিনাশক ক'তো বিচাৰি নোপোৱা বুলি।

ৰায়চাহেব থৰ হল।



পাঁচ।

আৰু থৰ হল ডিব্রুগড়ৰ বহুত গণ্যমান্য নাগৰিক। ধর্মভীৰু, অদৃষ্ট-বিশ্বাসী ভাৰতত ভাগ্য-গণনাকাৰীৰ অভাৱ নাই। গাঁৱে-ভূঁয়ে এইবিধ ভাগ্য-গণনাকাৰী সদা বিদ্যমান। কাছাৰীৰ সম্মুখত, ডাঙৰ মেল-মিটিঙৰ ওচৰত, এওঁলোক আছেই। নিজ ভাগ্যত উপার্জনৰ পথ কোনটো আছে বাছি লব নোৱাৰি এনেকুৱাকৈ আনৰ ভাগ্য পৰীক্ষা কৰি ফুৰা ব্যৱসায়টো যেন ভাৰতীয়ৰ এটা প্রধান বৃত্তি। বিজ্ঞানে মানুহ নি চন্দ্রত নমালেগৈ; তথাপি চন্দ্রলোকৰ দেৱতাৰ খঙত আপোন ভাগ্য নষ্ট হোৱাৰ আশংকা কৰা মানুহ এই ভাৰততে উপজিয়েই আছে।

ডিব্রুগড়ত আজি এসপ্তাহমান ধৰি হুলস্থূল। এজন হাত চোৱা মানুহ ওলাইছে। একেবাৰে সাধক মহাপুৰুষ। তেওঁ মানুহৰ অতীতটো কিতাপ পঢ়াদি পঢ়ি দিব পাৰে। আৰু, অতীত পাপৰ ফলত ভৱিষ্যৎ নষ্ট হোৱাৰ সকলো সম্ভাৱনা নষ্ট কৰি উজ্জ্বল ভৱিষ্যৎ জীৱন গঢ়ি দিব পাৰে। কালী-সাধক এই ভাগ্য-পৰীক্ষক ডিব্রুগড়ৰ কালীবাৰীৰ ওচৰত থকা শ্মশানত থাকে। বিশ্ববিদ্যালয়ৰ উপাচার্যৰপৰা হাকিম-উকীল-ডাক্তৰ সকলো গৈ সাধুবাবাৰ ওচৰত পৰি থাকেগৈ। বিজ্ঞানৰ স্নাতকোত্তৰ উপাধি পোৱা অধ্যাপক, চিকিৎসা বিজ্ঞানৰ বৰমূৰীয়া আদি সকলে যেন নিজে শিকা বিজ্ঞানক কেৱল চাকৰিৰ কাৰণে পঢ়া বুলি ধৰি লৈ সাধুবাবাৰ অলৌকিকতাক প্রকৃত সত্য বুলি গ্রহণ কৰিলে। ভাৰতবর্ষ আচৰিত দেশ। এই দেশতে

উগ্রপন্থী কমিউনিস্টে ঘৰত সত্যনাৰায়ণ পূজা পাতি ব্যক্তিগত উন্নতি কামনা কৰে, এই দেশতে বিজ্ঞানৰ অধ্যাপকৰ ঘৰত কালীপূজাৰ প্ৰাচুৰ্ভাৱ বেছি ঃ অসম এই বিষয়ত পিচ পৰা নহয়। সাধুবাবাক চাবলৈ শ্মশানলৈ মানুহৰ সোঁত বৰলৈ ধৰিলে। জিলাৰ বৰচাহাবক সাধুবাবাই কৈ দিলে, 'আপোনাৰ বহুত অতীত পাপ আছে। সেয়ে আপোনাৰ সুখ নাই।'

কেনেকৈ প্ৰায়শ্চিত্ত কৰিব লাগিব বুলি সোধাত সন্ন্যাসীয়ে কলে ঃ অতীতত কৰি অহা সকলো পাপ নিজৰ কোনোবা খুব আপোন মানুহ বা সন্ন্যাসীৰ আগত সৈ কাঢ়িব লাগিব। তেহে ভগৱানে চকু মেলি চাব। তেতিয়াহে সন্ন্যাসীয়ে বৰচাহাবৰ ভৱিষ্যৎ সুন্দৰ হব বুলি কব পাৰিব। বৰচাহাবে আপোন মানুহৰ আগত কোৱাতকৈ সন্ন্যাসীকে কৈছিল। বৰচাহাবৰ জীৱনত এনেকুৱা কিছুমান পাপ আছিল যে সেইবোৰ শুনি সন্ন্যাসীৰো হেনো চকু থৰ হৈছিল। যি হওক, এতিয়া বৰচাহাব সুখী; তেওঁ এতিয়া আনকো কয় যে এতিয়া যি মানসিক সুখ তেওঁ পাইছে, তেনেকুৱা সুখ তেওঁ কেতিয়াও পোৱা নাছিল। সকলো পাপ স্বীকাৰ কৰাৰ পাচত সন্ন্যাসীয়ে দিয়া গুপ্ত মন্ত্ৰ উচ্চাৰণ কৰাৰ লগে লগেই বোলে বৰচাহাবৰ মন উৎফুল্ল হৈ পৰিল। সেই মন্ত্ৰ আন কাকো শিকোৱা নিষেধ।

খোদ বৰচাহাবৰে এনেকুৱা হোৱাৰ পাচত আন সাধাৰণ মানুহ সন্ন্যাসীৰ ওচৰত উবুৰি খাই পৰিল। বান্ধ ভাঙি ব্ৰহ্মপুত্ৰই ডিব্ৰুগড় চহৰ নিওঁ নিওঁ। স্বাধীন চৰ্কাৰেই ডিব্ৰুগড় ৰক্ষাৰ কাৰণে ব্ৰহ্মপুত্ৰৰ লগত যুঁজ কৰাৰ আজি বাইশ বছৰ পাচত হে এইবাৰ উপলব্ধি কৰিছে যে ব্ৰহ্মপুত্ৰক নিয়ন্ত্ৰণ কৰা কামটো অকল ৰাজ্যিক চৰকাৰে কৰিব নোৱাৰে। তেনেকুৱা চৰ্কাৰৰ তলত থকা ডিব্ৰুগড়বাসীয়ে চহৰৰ ৰাজপথত একঁকাল পানী হোৱাৰ আগতে বানপানীলৈ ভয় কৰি দেখুৱালে নিজ চৰ্কাৰক অপমান কৰা হে হব। গতিকে ডিব্ৰুগড় ৰক্ষাৰ কাৰণে বন্ধা বান্ধ ৰখাৰ দায়িত্ব বান-নিয়ন্ত্ৰণৰ বিশেষ শিক্ষা



নোপোৱা গড় কাপ্তানি বিভাগক দি ডিব্ৰুগড়ৰ ৰাইজ সাধুবাবাক লৈ ব্যস্ত। এটা কথা মাত্ৰ অসুবিধা হৈছে। সাধুবাবাই দিনে তিনিজনতকৈ বেছি মানুহৰ হাত নাচায়। তাকো পুৱা পোহৰ হোৱাৰ এঘন্টামানৰ ভিতৰতে। দুষ্ট মানুহৰ অভাৱ নাই। তাতে বহুত ওলাল সাধুবাবাৰ এজেন্ট। এই এজেন্টবোৰে সাধুবাবাক কৈ আগতীয়াকৈ হাত চোৱাৰ ব্যৱস্থা কৰি দিব পাৰে। ঠিক সেই তেনেকুৱা এটা এজেন্টক দহ টকা মাননী দিয়েই আঢ়ৈ কুৰিৰ দেওনা পাৰ হোৱা বয়সস্থা মহিলা মালিনী দেৱীয়ে এদিন পুৱা সাধুবাবাৰ শিষ্যৰপৰা হাত পৰীক্ষা কৰাবলৈ যাবলৈ আদেশ পালে। সাধুৰ শিষ্যৰ নিৰ্দেশানুসাৰে পোহৰ হোৱাৰ আগতে স্নান কৰি, ইষ্ট দেৱতাৰ নাম স্মৰণ কৰি, হাতত একাঁজলি বগা ফুল লৈ, ৰিক্তপদে মালিনী দেৱী সাধুবাবা থকা শ্মশান ওলালগৈ। প্ৰথম লগ পোৱা শিষ্যজনে নাম-ধাম সুধি ললে, দ্বিতীয়তে লগ পোৱা শিষ্যজনে হাতত নিয়া ফুলখিনি পেলাবলৈ এজোপা ডাঙৰ গছৰ গুৰিটো দেখুৱাই দিলে। ফুল গছৰ গুৰিত দিয়াৰ পিচত তৃতীয় শিষ্যজনে প্ৰশ্ন কৰিলে ঃ—

ঃ পাপৰ ফলত ভৱিষ্যৎ নষ্ট হয় বুলি বিশ্বাস কৰে নে নকৰে?

ঃ পাপৰপৰা উদ্ধাৰ পালে দুখো শেষ হব বুলি বিশ্বাস কৰে নে নকৰে?

ঃ এক মহান শক্তিয়ে এই বিশ্বচৰাচৰ চলায় বুলি বিশ্বাস কৰে নে নকৰে?

ঃ সাধুবাবাৰ শক্তিৰ ওপৰত বিশ্বাস আছে নে নাই? নে সাধুবাবাক পৰীক্ষা কৰিবলৈ আহিছে?

ঃ সাধুবাবাই দিয়া নিৰ্দেশ মতে কাম কৰিবতো?

সকলো প্ৰশ্নৰ যথাযথ উত্তৰ দিলত সেইবোৰ শিষ্যজনে এখন কাগজত লিখিলে। তাৰ পাচত প্ৰথম লগ পোৱা শিষ্যজনে মালিনী দেৱীক বাট দেখুৱাই লৈ গল।

মৰিশালিত থকা জিৰণি ঘৰটোকে বেৰ দি, চাৰিওফালে দহ হাতমান দূৰে দূৰে চকোৰাৰে ঘেৰি, তাৰো বাহিৰত শকত শকত ৰচীৰে ঘেৰি ঠাইটুকুৰা দুৰ্গ হেন কৰা হৈছিল। চাবলৈ অহা মানুহবোৰ ৰচীৰ ঘেৰবো বাহিৰত থাকে। শিষ্যৰ বাহিৰেও চৰ্কাৰী পুলিচে চাৰিওফালে পহৰা দি থাকে। হাত চোৱা শেষ হোৱাৰ পাচত সন্ন্যাসীয়ে জিৰণি ঘৰৰ দাঁতিতে থকা ওখ মণ্ডপত উঠি চাৰিওফালে চাই আশীৰ্বাদ দিয়াৰ ভংগীত হাত মেলে। ৰচীৰ চাৰিওকাষে থকা মানুহবোৰে দূৰৰপৰাই সেৱা কৰে, ফুল ছটিয়ায়, পইচা দলিয়ায়। সন্ন্যাসীয়ে পইচা গ্ৰহণ নকৰে। দলিউৱা পইচাবোৰ শিষ্যসকলে বুটলি আনি ৰচীৰ দাঁতিয়ে দাঁতিয়ে গৈ সকলোকে অনুৰোধ কৰে—নিজ নিজ পইচা ঘূৰাই নিবলৈ। কিছুমানে নিয়েহি; কিছুমানে লাজতে নিনিয়ে। নিনিয়া পইচাখিনি শিষ্যসকলে মানুহৰ মাজলৈ দলিয়াই দিয়ে—দুখীয়াসকলক সেই পইচাকে সন্ন্যাসীৰ প্ৰসাদ বুলি লবলৈ অনুৰোধ কৰি।

সেই ঢল পুৱাতে গোট খোৱা মানুহৰ ভিৰৰ মাজেদি ৰচীৰ ঘেৰ, চকোৰা আদি পাৰ কৰি নি শিষ্যজনে মালিনী দেৱীক এটুকুৰা খালী ঠাইত ৰবলৈ কলে। খন্তেক পাচতে এখন দুৱাৰ মেল খালে। ভিতৰত কেৱল গম্ভীৰ উচ্চাৰণেৰে সুললিত সুৰত 'ওঁম' শব্দটো উচ্চাৰিত হৈ থকা শুনা গল। শিষ্যই ইংগিত দিলে মালিনী দেৱীক —কৰযোৰে সোমাই গৈ পাৰি থোৱা দলিছাত বহিবলৈ। মালিনী দেৱী ভয়ে ভয়ে খোজ লেখি লেখি সোমাই গল। সোমাই গৈ দেখিলে—সেই কোঠাৰ ওপৰত চাল নাই; আকাশ দেখি। মাটিত একুৰা উমি উমি জ্বলি থকা জুই। তাৰ কাষতে এজন সুন্দৰ পুৰুষ। মুখত দাড়ি, দীঘল চুলি অবিন্যস্ত, পিন্ধনত কেৱল লেংটি। মালিনী দেৱী যোৱাৰ লগে লগে চকু মুদিয়েই সাধুৱে কাবোবাক কলেঃ ল্যে যাও। এটা কুকুৰে আহি সন্ন্যাসীৰ কাষত থকা মৰা মানুহৰ লাওখোলাটো লৈ গলহি। তাৰ পাচত সন্ন্যাসীয়ে চকু



মেলি হাঁহি এটা মাৰি মালিনী দেৱীক নাম কাঢ়ি মাতিলে। সন্ন্যাসী ইমান শক্তিৱন্ত যে এই কিদিনতে বহুত অসমীয়া কথা কব পৰা হৈছিল। হিন্দী আৰু অসমীয়া মিহলাই সন্ন্যাসীয়ে কোনো প্ৰশ্ন নকৰাকৈ মহিলা গৰাকীৰ অতীত জীৱনৰ সকলো কথা ইমান মিলি যোৱাকৈ কৈ গল যে ভক্তিত তেওঁৰ মূৰ দোঁ খাই গল। সকলোখিনি প্ৰায় পোন্ধৰ মিনিটৰ ভিতৰত কৈ উঠি সন্ন্যাসীয়ে সুধিলেঃ মিলিছেনে? মালিনী দেৱীয়ে সম্মতি জনালে। তাৰ পাচত সন্ন্যাসীয়ে কলেঃ যেনেকুৱা ইটাৰে ঘৰ গাঁথে, ঘৰো তেনেকুৱা নিৰাপদ হয়। আপোনাৰ ঘৰ অৰ্থাৎ জীৱন নিৰাপদ কৰি ভৱিষৎ জীৱন সুখী কৰাৰ একমাত্ৰ উপায় হল—আপোনাৰ জীৱনৰ সকলো পাপ নিজ মুখে একো নুলুকুৱাকৈ আপোনাৰ অতি আপোন মানুহজনক বা মোক কোৱা। সেয়া কোৱা শেষ হলে আপোনাক মই এটা মন্ত্ৰ দিম। সেই মন্ত্ৰ অন্ততঃ দিনে এবাৰকৈ এমাহলৈ জপ কৰাৰ পাচত আপোনাৰ মন শুদ্ধ হব, মনলৈ আনন্দ আৰু সুখ আহিব, আপুনি নতুন জীৱন পাব। আপুনি এতিয়া কাৰ আগত কব?

মালিনী দেৱীয়ে ভাবি চালে—কাৰ আগত নিজ জীৱনৰ কলুষ কাহিনী কোৱা ভাল হব। নিজৰ এটাইতকৈ আপোন মানুহ হল নিজ স্বামী। নিজ স্বামীক এইবোৰ কথা কব নোৱাৰি। তাতকৈ অচিনাকি সন্ন্যাসীৰ আগতে কব পাৰি। মালিনী দেৱীৰ মনৰ ভাৱ সন্ন্যাসীয়ে বুজিলে। হাঁহি মাৰি কলেঃ মই বুজিছোঁ। মই শুনো। আপুনি কৈ যাওক। সকলো কথা মই নুবুজিম। নুবুজিলেও আপুনি এনেকুৱাকৈ কব যেন সকলো পাপ আপুনি নিঃশেষ কৰি হৃদয়ৰপৰা উলিয়াই দিছে। একো কথাকে আপুনি কবলৈ বাকী নাৰাখিব।

নিজক সংযত কৰি লৈ, সন্ন্যাসীৰ প্ৰতি ভক্তিত গদগদ ভাৱত বিভোৰ হৈ মালিনী দেৱীয়ে নিজৰ মনত থকা সকলো ঘটনা বিবৰি কৈ গল। তেওঁৰ জীৱনৰ একোটা ঘটনা ইমান জঘন্য আৰু

ৰোমহৰ্ষক আছিল যে সন্ন্যাসীও চক খাই উঠিছিল। কৈ কৈ শেষ কৰি মালিনী দেৱী ভাগৰি পৰিল। সন্ন্যাসীয়ে এজন শিষ্যক মাতি এগিলাচ পানী দিয়ালে। পানী খাই যেন মালিনী দেৱী পৰম তৃপ্ত হল। সন্ন্যাসীয়ে হাঁহি মাৰি কলে: এই শীতল পানীৰ দৰে এতিয়াৰপৰা আপোনাৰ হিয়া শাঁত পৰিব। আপোনাৰ সকলো শত্ৰু বশীভূত হব। কেৱল পুৱাই প্ৰতিদিনে স্নানৰ পাচত আপুনি এই মন্ত্ৰ জপ কৰিব।—এই বুলি সন্ন্যাসীয়ে কাণে কাণে মালিনী দেৱীক দুটা শব্দ কৈ দিলে। শেষত কলে: এই মন্ত্ৰ আপুনি জীৱনত কেতিয়াও কাকো নকব। কলেই ওভোতা ফল হব। এই বুলি সন্ন্যাসীয়ে চকু জপালে। আকৌ শিষ্য আহিল। আকৌ কুকুৰটোৱে মানুহৰ লাওখোলাটুকুৰা আনি সন্ন্যাসীৰ ওচৰত থলে। আকৌ কেবাজনো শিষ্যই এখোপ এখোপকৈ মালিনী দেৱীক আনি বাহিৰত থলেহি।

ডিব্ৰুগড়ত সন্ন্যাসীৰ কথা এনেকুৱাকৈ ৰাষ্ট্ৰ হল যে ডিব্ৰুগড়ত থকা মেডিকেল কলেজটোৰ নাম নজনা মানুহেও সন্ন্যাসীৰ কথা জনা হল। ডিব্ৰুগড়ত থকা সৰবৰাহ বিভাগৰ ডিপুটি ডিৰেক্টৰ অৰুণকুমাৰ চট্টোপাধ্যায় নাস্তিক বিধৰ মানুহ। সন্ন্যাসীৰ বিষয়ে শুনি শুনি তেওঁৰো লোভ সামৰিব নোৱাৰা হল। ডাক্তৰ বন্ধু এজনৰ লগত এদিন ওলাল। গৈ দেখে, তাত সন্ন্যাসী নায়েই, সন্ন্যাসী কিছুদিন থকাৰো কোনো চিন নাই। ওচৰত থকা সাধাৰণ মানুহৰপৰা জানিব পাৰিলে যে ডিব্ৰুগড় নগৰক চৰ্কাৰে ৰক্ষা কৰিব কেতিয়াও নোৱাৰে বুলি শেষ ভৱিষ্যদ্বাণী কৰি সন্ন্যাসী এদিন নিশা সদলবলে নোহোৱা হল। কলৈ গল কোনেও নাজানে। কেৱল আগদিনা কিছুমান মানুহক কৈছিল যে ডিব্ৰুগড়ত তেখেতৰ কৰ্তব্য শেষ হৈছে।

সন্ন্যাসী অন্তৰ্ধান হোৱাৰ খবৰে ডিব্ৰুগড়ক কিছুদিনলৈ গৰম কৰি ৰাখিলে। নিজৰ দৈৱিক শক্তিৰে বহুতক মুগ্ধ কৰি সন্ন্যাসীয়ে ডিব্ৰুগড়বাসীক তেওঁৰ কাৰণে উদগ্ৰীৱ কৰি ৰাখি গল।



ছয়॥

: কি হল?

: একো হোৱা নাই।

: কি একো হোৱা নাই?

: কৈছোঁ নহয় একো হোৱা নাই বুলি।

: তেন্তে কিয় এনেকুৱা কৰিছা? বিয়াৰ দুমাহ পাচতে এইবোৰ কি কৰিছা তুমি?

মালতী নিমাত।

: তুমি নিজে শিক্ষিতা, প্ৰফেচাৰ। তুমিতো বুজা উচিত যে মোক ইমান মানসিক অশান্তি দিয়া ঠিক হোৱা নাই।

: তোমাক মই একো মানসিক অশান্তি দিয়া নাই।

: বাজে কথা নকবা। তুমি নিজে জানা আমি কিমানৰ বাধা-নিষেধ আওকাণ কৰি বিয়া কৰাইছোঁ। কত চাগৈ আমাৰ শত্ৰু হল। এতিয়া আমি শত্ৰুৰ মুখত ছাই দিবলৈ হলে সুখৰ সংসাৰ কৰি থাকিব লাগে। তাৰ পৰিবৰ্তে তুমি দুমাহৰ ভিতৰতে দুই তিনি দিনৰ পিচে পিচে একোটা মূৰ্তি ধৰিবলৈ লৈছা?

: মূৰ্তি মই ধৰিছোঁ নে তুমি ধৰিছা?

: মই? মই কি মূৰ্তি ধৰিছোঁ?

: সদায় তুমি সেই বীণাহঁতৰ ঘৰত বহি থাকাগৈ কিয়?

ঃ সেইটো আকৌ কি কথা কৈছা? আগৰেপৰা চিনাকি মানুহ……

ঃ জানো ভালকৈয়ে। তুমি নিজেই কোৱা নাছিলানে বীণাক তোমাৰ বিয়া কৰোৱাৰ কথা উঠিছিল?

ঃ ইমান ঈৰ্ষা কিয় তোমাৰ? নিজে কিছুমান কল্পনা কৰি লৈ কিয় অশান্তি কৰিছা? তোমাক তো মই অনাদৰ কৰা নাই। বৰঞ্চ……

ঃ মোক অনাদৰ নকৰিলেই আনক আদৰ কৰাৰ স্বাধীনতা অৰ্জা হয় বুলি তোমাক কোনে কলে?

ঃ কাক আদৰ কৰিছোঁ মই?

ঃ এতিয়া বেঙাটোৰ নিচিনা নকৰিবা। প্ৰথমতে মই তোমাক বেঙা বুলি ভাবিছিলোঁ। তোমাৰ প্ৰতি মোৰ সিও এটা আকৰ্ষণ আছিল। এতিয়া বুজিছোঁ বেঙাৰ ভাও দি ছোৱালীৰ মন কিনাত তুমি ওস্তাদ।

ঃ মালতী!

ঃ মোক খং কৰি নেদেখুৱাবা। তোমাক এতিয়া মই ভালকৈ চিনি পাওঁ।

ঃ তাৰ মানে তুমি কব খোজা—তোমাক বিয়া কৰোৱাটোও মোৰ এটা ভুৱা মাদকতা?

ঃ নহয় কি? কেলেহুৱা মানুহ তুমি। ভাবিছিলা চাগৈ মোৰ বিয়া কৰাই বহুত ধন-সম্পত্তি পাবা আৰু মোৰ নিচিনা শিক্ষিত ছোৱালী এজনী বগৰোৱাৰ গৌৰৱত ফুলি থাকিব পাৰিবা।

ঃ এইবোৰ কি বলকিছা মালতী?

ঃ ঠিকই কৈছোঁ। একো ভুল কোৱা নাই।

বিজয় শৰ্মাৰ বিৰক্তিয়ে ধৈৰ্যৰ সীমা ছুইছিলগৈ। হতাশা ফুটাই কলে: মানুহে ঠিকেই কৈছিল—এটাক এৰি অহা তিৰোতা কেতিয়াও বিয়া কৰাব নাপায়।



ঃ সেই জ্ঞান আগতে হব লাগিছিল।

ঃ দেৰিকৈ হলেও জ্ঞান জ্ঞানেই।

ঃ এতিয়া সম্পত্তি-ধন একো নেদেখি মোক কেটেৰা-জেঙেৰা কৰি আঁতৰ কৰিব খুজিছা? ভাবিছা—এইৰ লগত কেচ্-ফেচ কৰি মৰিব হে লাগিব। তাতকৈ দুদিন ফূৰ্তি কৰা হল যেতিয়া খেদি দিয়াই ভাল। ইমান নিলাজ, মতলবী পুৰুষ মই জীৱনত দেখা নাই।

ঃ জীৱনত দেখা আনবোৰ পুৰুষ দেখোন সম্ভোগ কৰিয়েই আঁতৰি গল। সিহঁতবোৰ বুধিয়ক আছিল কাৰণে তোমাক বিয়া নকৰালে।

ঃ চুপ্। চৰিত্ৰৰ বিষয়ে নকবা।

খঙত ৰঙা পৰিছিল মালতী। দুয়ো দুয়োৰো মুখলৈ নোচোৱাকৈ কথা কৈ আছিল। হঠাৎ মালতীয়ে আহি বিজয়ক জোৰেৰে চুলি জোকাৰি কবলৈ ধৰিলে: কিয় যাবা তুমি বীণাৰ ঘৰলৈ? কিয়……কিয় কিয়?

খঙত আছিল বিজয়। তাতে বীণাহঁতৰ ঘৰটো কাষতে। সিহঁতে এই কাজিয়া শুনিছে বুলিও লাজ পাইছিল। খঙতে সি আছাৰ মাৰি পঠিয়ালে মালতীক। বেচেৰী উফৰি গৈ মজিয়াতে পৰিল। হুৰ্কহুকৈ কান্দিবলৈ ধৰিলে। কান্দি থকা মালতীলৈ চাই বিজয়ৰ বৰ বেয়া লাগিল। কিন্তু মালতীৰ প্ৰতি তাৰ সেই দুৰ্বলতা সি প্ৰকাশ কৰিবলৈ লাজ পালে। আন কি দুৰ্বল মনটোকো সি খঙেৰে বুজালে: মোৰ সকলো ত্যাগ কৰি তাইক বিয়া কৰাই মই উদ্ধাৰ কৰিছোঁ। বিয়াৰ লগে লগে তাইৰ আগৰ শহুৰেকে কৰা মোকৰ্দমা নিজৰ দায়িত্ব হিচাপে কান পাতি লৈছোঁ। নিজে তাই এজনী শিক্ষিতা মানুহ। মোতকৈ ডাঙৰো। তেনে স্থলত বিয়াৰ দুমাহৰ পাচতে তাইৰ এইবোৰ অত্যাচাৰ সহ্য কৰিব পাৰি নেকি? মোৰ লগত থাকি তাই বেয়া পাইছে গুচি যাওক; কিন্তু মোক অশান্তি দিব কেলেই?

বিজয়ৰ খং উঠা খুব স্বাভাৱিক। বীণা বোলা ছোৱালীজনীৰ প্ৰতি তাৰ কোনো দুৰ্বলতা নাই। সিজনীৰো তাৰ প্ৰতি নাই। কিন্তু সদায় ঘৰতে বহি থাকি ভাল লাগে জানো? আন কোনো বন্ধু-বান্ধৱৰ ওচৰলৈ সি বিয়াৰ পাচৰপৰা অহা-যোৱা বাদ দিছে। সিহঁতৰ নানা প্ৰশ্নৰ উত্তৰ সি দিব নোৱাৰে। এইঘৰ মানুহ ভাল; কোনেও তাত তেনেকুৱা প্ৰশ্ন নকৰে। সেই কাৰণেই সি যায়। তাত মালতীৰ বেয়া পাবলগীয়া কি আছে? মালতীৰ লগত সি তেওঁলোকক চিনাকি কৰি দিছে। কেতিয়াবা যাওঁ বুলিলে সি মালতীকো লৈ যায়। কিন্তু মালতী যাব নোখোজে। সি কি কৰিব বাৰু? আচলতে কিবা উম্মাত বিয়া কৰাই লৈ মালতীৰ এতিয়া বেয়া লাগিছে। গতিকে এইবোৰ খুতখাত কথা উলিয়াই কাজিয়া কৰিবলৈ আৰম্ভ কৰিছে।

মালতীৰ ধাৰণা কিন্তু বেলেগ। মালতীয়ে ভাবে, জীৱনত বিজয়ৰ বাহিৰে তেওঁৰ কোনো আপোন নাই। তেনেকুৱা অৱস্থাত বিজয়ৰ মালতীৰ ওচৰতকৈ আন ক'ৰবাত এখন্তেক থাকিও ভাল লগাটো ভয় লগা কথা। মালতীয়ে একেবাৰে আঁচলেৰে আৱৰি ৰাখিব খোজে বিজয়ক—কাকো যেন লগ পাবলৈও নিদিব। দেখিবলৈ ধুনীয়া মালতীৰ জীৱনত বদনামৰ অভাৱ নাই। সেইবোৰ কাবোবাৰ মুখে শুনি বিজয়ৰ মন বেয়া হয় বুলি তেওঁ বৰ ভয় কৰে। কিজানি বিজয়ে কেতিয়াবা সেইবোৰকে বিশ্বাস কৰে! এদিন বিজয়ে আহি কৈছিল—অবিনাশে বোলে মালতীক নতুনকৈ বিয়া কৰোৱা মানুহটোক, অৰ্থাৎ বিজয়ক, মূৰ গুৰি কৰি নৈত উটাই দিবলৈ বিচাৰি ফুৰে। মালতীৰ ভয়ো লাগে—ক'ৰবাত বিজয়ক কোনোবাই অপকাৰ কৰে বুলি। যি হে পোৱা কপাল! মনে মনে দুখো আছে মালতীৰ। অবিনাশৰ লগত এৰাতিও ঘৈণীয়েক থকাদি থকা নাই বুলি তাই বাৰে বাৰে কোৱা কথাষাৰ আজিও বিজয়ক তাই বিশ্বাস কৰাব পৰা নাই। কিয় বিশ্বাস নকৰে বিজয়ে? ভৱিষ্যতে তাইক অভিযোগ কৰাৰ কাৰণে এটা যুক্তি ৰাখিছে নেকি? পুৰুষবোৰ কিয় ইমান অবিশ্বাসী হয়?

সেই বীণা বোলা ছোৱালীজনীক মালতীৰ অকণো ভাল নালাগে। কেনেকৈ তাই কয়: আপুনি মালতী বাইদেউ, বিজয় দাদাক একেবাৰে পবিত্ৰ দেৱতা হেন মানুহ এজন পালে। বহুতৰে আশাত আপুনি পানী ঢালিলে। ইস্। কি দৰ্কাৰ তাইৰ এইবোৰ কথা কোৱাৰ? যি কথা কব—যেন বিজয়ক তাইৰ সমান কোনেও চিনি নাপায়। দুদিন নে এদিন গৈছিল মালতী। তাৰ পাচত যাবলৈ এৰি দিছে—বিজয়ো যোৱাটো এৰুৱাবলৈকে। কিন্তু তাই হে এৰিলে; বিজয়ে যাবলৈ নেৰিলে। বিয়াৰ পাচৰপৰা ছুটী লৈ কলেজলৈকো নোযোৱাৰ কাৰণে মালতীৰ দিনটো বৰ আমনি লাগে। কোনোবা এঘৰলৈ যাবলৈ পালে ভালেই পায়। কিন্তু সেই বুলি বীণাহঁতৰ ঘৰলৈ যাব নোৱাৰি; তালৈ যোৱা মানে নিজৰ ভৰিত নিজে কুঠাৰ মৰা। খুব স্বাভাৱিক কথা এইটো; মালতীয়ে বেয়া পোৱা যেন দেখাৰ পাচত বিজয়ে সহজে সেই মানুহ ঘৰলৈ যোৱাটো এৰি দিব পাৰিলেহেঁতেন—অন্ততঃ মালতীক ভাল লগাবলৈকে। কিয় সি তালৈ যোৱাটো এৰিব পৰা নাই? কিয় অহা-যোৱাটো ক্ৰমাৎ বেছি হে হৈছে? এইবোৰ প্ৰশ্নৰ নিজৰ মনে দিয়া উত্তৰে মালতীক অতি বেছি অশান্তি দিয়ে—হায়ৰান কৰে।

আজি এসপ্তাহমানৰপৰা দুইটাৰ মাজত খুতখাতকৈ কিবা সৰুসুৰা একোটাহঁত কথাত দন্দ লাগি আছে। দুইটাৰ মানসিক শান্তি বহুত দূৰ হেৰাল ৰায়চাহেবে মালতীৰ ওপৰত মোকৰ্দমা কৰা খবৰটো শুনাৰ পাচৰপৰা। সেই খবৰ খবৰকাগজত ছাপা হোৱাৰ লগে লগে বহুতে আহি বিজয়ক বহুত কথা কলেহি। কোনোবাই কলেহি—সেই বনৰীজনীক বিয়া কৰাই মৰিছ কেলেই? এৰি দে। আন কোনোবাই কলেহি: মৰিবি এতিয়া।...ইত্যাদি। বিজয়ে দিনৌ শুনা সকলো কথা মালতীক কৈছিলহি। তেনেকুৱাবোৰ

কথা সদায় শুনি থাকিলে বিজয়ৰ মালতীৰ প্ৰতি সন্দেহ ওপজা স্বাভাৱিক বুলি মালতীৰ মনটোৱে কৈছিল। কিন্তু সেইবোৰ কথাতো বন্ধ কৰাৰ উপায় নাই। গতিকে মালতীয়ে চেষ্টা কৰিছিল বিজয়ক বেছি সময় ঘৰতে ব্যস্ত কৰি ৰাখিবলৈ, যাতে আন মানুহ বিজয়ে বেছিকৈ লগ নাপায়। তেতিয়া সি কথাও নুশুনে একো।

বিয়াৰ পাচত মালতী এদিন কলেজলৈ গৈছিল দৰ্মহা আনিবলৈ। সেইদিনা কলেজত প্ৰায়বোৰ প্ৰফেচাৰে কৈছিল—অবিনাশ বোলে সদায় কলেজৰ আগত ৰৈ থাকেহি। লৰাবোৰক বোলে কয়—সি হেনো মালতীক কলেজৰ আগৰপৰা চোঁচোৰাই লৈ যাব। সেইদিনা মালতী ভয়তে এজন প্ৰফেচাৰৰ মটৰ গাড়ীত উঠি ঘৰলৈ ঘূৰি আহিছিল। অবিবাহিত প্ৰফেচাৰৰ গাড়ীৰপৰা হাঁহি-মাতি নামি অহা লচপচী মালতীৰ হাঁহি আৰু প্ৰফেচাৰৰ চকুৰ পাক ঘৰৰপৰাই দেখি বিজয়ে অকণো ভালপোৱা নাছিল। কথাটো বুজিও নুবুজাৰ ভাত ধৰি মালতীয়ে এনেয়ে কোৱাদি কৈছিল—কি কাৰণে তেওঁ *প্ৰফেচাৰজনৰ* গাড়ীত আহিবলৈ বাধ্য হল। খংটো দমাই ৰাখি বিজয়ে উত্তৰ দিছিল : সিমান ভয় কৰিবৰ কাৰণ আছেই যদি মোক কোৱা হলে মই নিজে গৈ কলেজৰ আগত ৰৈ থাকিলোঁগৈহেঁতেন। পগলাৰ ভয়ত মানুহ পলোৱাটো স্বাভাৱিক কথা নহয়। অৱশ্যে গাড়ীত আনিবলৈ মোৰ গাড়ী নাই। শেষৰ বাক্যটোত থকা বুকুত বিন্ধা কথাযাৰ মালতীয়ে কোনোমতে সেইদিনা হজম কৰিছিল। তিনিদিনমান পাচত আকৌ এদিন বিজয়ে এই কথাটো উলিয়াইছিল। তাক বীণাৰ মাকে কৈছিল—বিয়াৰ পিচত তিৰোতা এনেকৈ আনৰ লগত অকলে গাড়ীত ফুৰিলে বেয়া দেখি। বীণাৰ মাকে কোৱা বুলিয়েই সি কথাটো মালতীক কৈছিল। মালতীৰ সেই কাৰণেই বেছি খং উঠিছিল। বীণাৰ মাকৰ কি দৰ্কাৰ সেইবোৰ কোৱাৰ ?



ইপিনে মোকৰ্দমাটো নিজে চলাব বুলি হাতত লৈ অমৰ কলিতা ডিব্ৰুগড়লৈ গৈ নহাই হল। কোনোবা এটা সাধু আহি ডিব্ৰুগড়ত হুলস্থুল কৰাৰ অজুহাতত সি তাতেই বহি থাকিল। খণ্ডতে বিজয়ে এদিন মালতীক কৈ দিলে : তোমাৰ মোকৰ্দমা তুমি যি কৰা কৰি থাকা। মোক সেই বিষয়ে একো নকবাও আৰু একো কৰিবলৈও নকবা। মালতী কথা শুনি স্বৰ্গৰপৰা খহি পৰাদি পৰিছিল।

মালতী উচুপি উচুপি মজিয়াতে পৰি আছিল। বিজয় লাহে লাহে বহাৰপৰা উঠিল। মাটিতে বহি মালতীৰ মূৰটো কোলাত তুলি ললে। মৰম পাই মালতীৰ শোক বাঢ়িল। বিজয়ৰ কঁকালত সাৱটি ধৰি হুক্‌হুক্‌কৈ কান্দিবলৈ ধৰিলে। বিজয়ৰো এটোপাল চকুপানী বাগৰি গৈ মালতীৰ গালত পৰিল। বেচেৰীয়ে চকু মেলি চাই বিজয়ৰ চকুত পানী দেখি মচি দিলে। বিজয়ৰ বেছি মৰম লাগি গল মালতীলৈ। জোৰেৰে সাৱটি ধৰিলে। মালতীয়ে কান্দি কান্দি আৱেগেৰে কলে : মোক কিয় ইমান কষ্ট দিয়া সোণ ? উত্তৰ নিদিলে বিজয়ে। কেৱল মালতীক সাৱটি ধৰি নিজেও মাটিতে দীঘল দিলে। মালতীৰ চকুপানী মচি দিলে। দেওবৰীয়া দুপৰীয়াৰ একেজনী কাউৰীৰ ভাগৰুৱা মাতে নিজান কৰা পৰিবেশত পৃথিৱীত কিবা সমস্যা আছে যেন নলগা হল। মালতীৰ বগা বুকুক বিজয়ৰ ওঁঠে পিৰপিৰাই দিলে। আৱেগত মালতীয়ে বিজয়ৰ চুলিৰ মাজত আঙুলি পিছলাই দিলে। মিহি-নিকা নাঙঠ চেঁচা পকা মজিয়াৰ পৰশটো দুয়োৰে ভাল লাগিছিল। দুয়োৰে সাজপাৰ লাহে লাহে নিজে নিজে উফৰি যোৱাদি গল। 'সোণও' বুলি মালতীয়ে গাৰ বলেৰে বিজয়ক হেঁচি ধৰিলে। গোটেই সংসাৰৰ সকলো কথা দুয়োটাই পাহৰি গল। ঘৰৰ যে দুৱাৰ-খিৰিকী সকলো খোলা আছিল, সেই কথা দুয়োটাৰে মনত নাছিল। বাহিৰত কোনোবাই মাত লগোৱা যেন শুনি দুয়োটা বিৰক্তিৰে লৰালৰিকৈ উঠিল। হাত মেলিয়েই পোৱা বেড্‌-ক'ভাৰখনকে বিজয়ে কঁকালত মেৰিয়াই ললে।

মালতীয়ে হুৰমূৰকৈ কি পিন্ধিব বুলি ইফালে-সিফালে চাওঁতেই শোৱা-কোঠাৰ দুৱাৰমুখত অমৰ কলিতা উপস্থিত। মালতী লাজতে মুচকচ্ যোৱা যেন হল। এনেকুৱা অৱস্থাত কি কৰিব কলিতায়ো একো ভাবি নাপালে। তাৰ ডেকা তেজে তাকো কিবাখন কৰি দিলে। এনেকুৱা অৱস্থাত তিৰোতাক সি কেতিয়াও দেখা নাই। লাহে লাহে সি পিচহুঁহকি আঁতৰি গল। বিজয়ে উপায় নাপাই ভিতৰৰ-পৰাই কলে ঃ বাহিৰতে বহ। কলিতাই বাহিৰৰপৰাই অপৰাধীৰ সুৰত কোৱা শুনা গল ঃ I am sorry।



## সাত॥

ঃ I am sorry। আপোনাৰ ওপৰত এটা পুলিচ কেচ্ দিছে। সেই কাৰণে আহিবলৈ বাধ্য হলোঁ—তদন্ত কৰিবলৈ।

লগত দুটা পুলিচ লৈ অহা পুলিচ চাব্-ইন্সপেক্টৰজনৰ কথা শুনি অমৰ কলিতা আচৰিত হল। কেনেবাকৈ বাপেকে দেখে বুলি লৰালৰিকৈ তেওঁলোকক নিজৰ কোঠালৈ লৈ গল অমৰ কলিতাই। তাৰ পাচত অনিসন্ধিৎসু দৃষ্টিৰে পুলিচ চাব-ইন্সপেক্টৰলৈ চালে।

পুলিচ চাব-ইন্সপেক্টৰে কলে ঃ ৰায়চাহেব বৰুণকুমাৰ চট্টোপাধ্যায়ে অভিযোগ তৰিছে। তেখেতৰ মতে আপুনি কিবা বেয়া অভিপ্ৰায়েৰে তেখেতৰ সৰু পুতেক পগলা অবিনাশ চট্টোপাধ্যায়ক আনি জোৰেৰে নিজৰ ঘৰত দুই-তিনি দিনলৈকে ৰাখি থয়হি। তেখেতে কিবা বেয়া আশংকা কৰি পুলিচত ৰিপোৰ্ট দিছে। আমি তাৰে তদন্ত কৰিবলৈ আহিছোঁ।

ৰায়চাহেবৰ দেমাকী কথা পুলিচেও ভাল নাপায়। গতিকে অমৰ কলিতাই কোৱা মতেই অবিনাশক তেওঁ আনি এদিনো ৰখাৰ কোনো প্ৰমাণ নাই বুলি ৰিপোৰ্ট লিখি লৈ পুলিচ চাব-ইন্সপেক্টৰ গুচি গল। পুলিচ হে গল; অমৰ কলিতাৰ অসমীয়া খং কিন্তু বৰ বেয়াকৈ উঠিল। গুৱাহাটীৰ নিগাজী বাসিন্দা সি। তাৰ ওপৰত ৰায়চাহেব নে কি সেই কেলেহুৱাটোৰ ইমান বাহাদুৰী কিয়? কি

পুলিচ দেখুৱাইছেহি সি? গম পোৱা নাই নেকি কাৰ লগত খেলিছে? খং উঠি গৈ থাকিল অমৰ কলিতাৰ। এনেকুৱা মানুহক ক্ষমা কৰা অন্যায়। আইনৰ বিচাৰলৈ অপেক্ষা কৰিলেও ইহঁতৰ সাহ বাঢ়ি যায়। ইমান সহ্য কৰিব নাপায়। ইহঁতক চৰিয়াই-ভুকুৱাই ঠিক কৰিব লাগে। অমৰ কলিতাৰ লগত যিকিটা আছে, সিহঁতে ৰায়চাহেবক কেতিয়াবাই উত্তম-মধ্যম দি গুৱাহাটীৰপৰা খেদিব খুজিছিল। অমৰে হে বুঢ়াক লৈ মেকুৰীয়ে নিগনিৰ লগত খেলা কৰাদি কৰি আছে।

অমৰ কলিতাই বাহিৰলৈ যোৱা সাজপাৰ পিন্ধি ললে। বাহিৰত ক্বিণকিণীয়া বৰষুণ। বৰষুণ কিন্তু অমৰ কলিতাৰ চকুত নপৰিল। সি ভাবিলে: পৰহিলৈ মালতী দেৱীৰ ওপৰত ৰায়চাহেবে কৰা মোকৰ্দমাৰ দিন। তাৰ আগতে ৰায়চাহেবক ঠাণ্ডা কৰিব লাগিবই। তাৰ পাচত সি হাতত গাড়ীৰ ছাবিটো লৈ ওলাই আহিল। ওলায়েই সি বাৰাণ্ডাতে বাপেকক পাব বুলি ভবা নাছিল। কিন্তু পালে। বাপেকে সুধিলে: চাহ নোখোৱাকৈ কলৈ যোৱা? বিশেষ কাম আছে বুলি কব খুজিও অমৰে নকলে। কাৰণ সি জানে যে বাপেকক তেনেকুৱা উত্তৰ দি সাৰিব নোৱাৰি। বাপেকে কলে: তোমাক মই এটা কথা সুধিব লগা আছে। সেই ৰায়চাহেবৰ কেচ্‌টো কি হলগৈ?

: পৰহিলৈ দিন আছে।

: ভাল কথা। তোমাৰ বন্ধুৰ লগত সম্পৰ্ক থকা কেচ। গতিকে মই বাধা দিয়া নাই। কিন্তু মই শুনিছোঁ বোলে তুমি কাছাৰীত সেই মোকৰ্দমাৰ ওকালতী কৰাতে ক্ষান্ত থকা নাই?

: বিজয় বা বিজয়ৰ ঘৈণীয়েকেও কাছাৰীত মোকৰ্দমাটো চলাব খোজা নাই। সিহঁতে লাজো কৰে আৰু সিহঁতৰ সিমান টকা পইচাও নাই। মই ভিতৰুৱাকৈ মিতমাত কৰি দিয়াৰ চেষ্টা কৰিছোঁ।



বাপেকে হাঁহি কলে: এইটো বৰ বেয়া ধৰণৰ ওকালতী। তোমাৰ কাৰ্যক্ষেত্ৰ কাছাৰী হে। আৰু এটা কথা; ৰায়চাহেব বৰ বেয়া মানুহ। আমি জানো। সি তোমাক নি কি বিপদত পেলায় ঠিক নাই। তুমি তাৰ অতীত জীৱনৰ কিবা কথা জানা জানো?

: কিছু জানো।

: জানা যদি সাৱধান হবা। সেই মানুহটো ইমান জেদী যে সি নিজৰ জীয়েক-পুতেকক বিসৰ্জন দিও জেদ বজাই ৰাখে।

অমৰে একো উত্তৰ নিদিলে।

বাপেকে কলে: বাৰু যোৱা। সোনকালে আহিবা। মই চাহ খাবলৈ বৈ থাকিম।

বাটতে পোৱা বন্ধু হৰেনক চাহ খুৱাম বুলি গাড়ীত তুলি লৈ অমৰ কলিতা কোনো আগতীয়া খবৰ নিদিয়াকৈ ৰায়চাহেবৰ ঘৰত ওলালগৈ। গেটৰ মুখতে দেখা গ্ৰেট ডেন কুকুৰটোক কাণৰ ওচৰত হাত ফুৰাই মৰম কৰি অমৰে লগতে ভিতৰলৈ লৈ গল। চাকৰ এটা আহি কলে, বুঢ়া বাথ-ৰুমত এইমাত্ৰ সোমাইছে; ওলাওঁতে ১৫।২০ মিনিট লাগিব। নিজৰ ঘৰলৈ যোৱাদি অমৰ ভিতৰ সোমাই গল। এটা তলা-বন্ধ কোঠা দেখি চাকৰটোক সুধিলে: এইটো ৰুম বন্ধ কিয়?

: পুতেকক বন্ধ কৰি থৈছে।

: পগলাটোক?

: হয়। নহলে গুচি গুচি যায়।

অমৰ ওলাই আহিল। বাহিৰত হৰেনৰ সৈতে কথা পাতি বহি থাকিল। হৰেনক কলে: এই, বুঢ়াক যদি এপাট চৰ মাৰোঁ, কুকুৰটোৱে কামুৰিবনে কি?

হৰেনে উত্তৰ দিবলৈ পোৱাৰ আগতে চাকৰটোক ভিতৰলৈ গৈ মাতি আনিলে অমৰে। তাৰ পাচত কলে: এই কুকুৰটোক বান্ধি থগৈ। বৰ গা চেলেকি ফুৰে।

চাকৰটোৱে কোনো কথা নকৈ কুকুৰটোক ডিঙিত বন্ধা ফিটাত ধৰি টানি লৈ গল।

খন্তেক পাচতে ৰায়চাহেব ওলাই আহি অমৰ কলিতাক দেখি প্ৰথমতে আচৰিত হল। তাৰ পাচত খঙেৰে সুধিলেঃ What do you want?

শান্তভাৱে অমৰ কলেঃ আপুনি মালতী দেৱীৰ ওপৰত কৰা মোকৰ্দমাটো তুলি লোৱাৰ বিষয়ে কি কৰিলে? পৰহিলৈ আকৌ দিন পৰিছেই।

ঃ সেই বিষয়ে কোনো কথা ঘৰত পাতিবলৈ মই প্ৰস্তুত মহয়।

ঃ দুদিন পিচত হলেও আপুনি মোকৰ্দমা তুলি লব লাগিবই। তাৰ উপৰি, কাছাৰীত জেৰাত এনেকুৱা কিছুমান কথা ওলাব পাৰে যে·········

ঃ I know where I stand। মোৰ বিষয়ে মই জানো। কোনেও মোক উপযাচি উপদেশ দিয়াটো মই নিবিচাৰোঁ।

ঃ বাৰু, সেইটো যি হয় হব। মই আপোনাক আন এটা বিশেষ কথা সুধিবলৈ আহিছোঁ। অবিনাশক মই নি জোৰ কৰি বন্ধ কৰি থৈছোঁ বুলি আপুনি পুলিচ ৰিপোৰ্ট দিছে কিয়? আপুনি হে দেখোন ঘৰত তলা লগাই বন্ধ কৰি থৈছে।

খঙেৰে অমৰলৈ চাই বুঢ়াই ড্ৰয়িং ৰুমৰ এচুকত থকা ফোনটো দাঙি লৈ কোনোবা এটা নম্বৰলৈ ফোন কৰি কলেঃ পুলিচ থানা হয়নে?

অমৰৰ আৰু ধৈৰ্য নহল। উঠি গৈ থাপ মাৰি বুঢ়াৰ হাতৰপৰা ফোনটো লৈ থৈ দিলে। দাঁত কামুৰি বুঢ়াৰ ফালে একেথৰে চাই থাকিল।

জীৱনত এনেকুৱা অপমান ৰায়চাহেবে কেতিয়াও পোৱা নাছিল। খঙত গোটেই মানুহটো কঁপিবলৈ ধৰিলে। সোণালী ফুলবছা ড্ৰেচিং গাউনৰ ফুলবোৰ সেই কঁপনিত চিকমিকাবলৈ ধৰিলে।



'ডেমন ডেমন' বুলি কুকুৰটোক চিঞৰিবলৈ ধৰিলে। চাকৰটোৱে কুকুৰটোক বন্ধা নাছিল। সি একে দৌৰে আহি ৰায়চাহেবৰ ওচৰ পালেহি। 'নন্দ' বুলি ৰায়চাহেবে খঙেৰে মতাৰ লগে লগে এটা চণ্ডা গুণ্ডা পালোৱান মানুহ আহি দুৱাৰমুখত হাজিৰ হলহি। ৰায়চাহেবে খঙতে কঁপি কঁপি কলেঃ বান্ধ ইহঁতক। ইহঁত ডকাইত। এই ঠাকুৰ, মোৰ বন্দুকটো লৈ আহ। খবৰদাৰ, লৰচৰ নকৰিবি; বান্ধিবলৈ হাত মেলি দে। নহলে কুকুৰ লগাই দিম।

অমৰে এবাৰ হৰেনলৈ চালে। হৰেনে ইংগিত বুজি পালে। অমৰে জেপৰ ৰুমালখনেৰে কুকুৰটোক মুখ মেৰিয়াই বগৰাই হেঁচা মাৰি ধৰাৰ লগে লগে নন্দ বোলা মানুহটোক হৰেনে খেদি গল। নন্দ পলাই ভিতৰলৈ দৌৰি গল। ইফালৰপৰা হাতত বন্ধুকটো লৈ ঠাকুৰ আহিছিল। তাৰপৰা বন্দুকটো কাঢ়ি হৰেনে তাক বন্দুকৰ নালেৰে খুচিব খোজোঁতেই সিও পলাই গল। ওলাই আহি হৰেনে দেখে অমৰৰ কুকুৰটো লৈ বিপদ হৈছে। সি বন্দুকটোৰে কুকুৰটোৰ পিচ ঠেঙত এনেকুৱা এটা মাৰ মাৰিলে যে বিৰট কুকুৰটো লেঙেৰিয়াই লেঙেৰিয়াই ওলাই গুচি গল। ৰায়চাহেবে চিঞৰি দিলে।

হৰেনে ৰায়চাহেবক মাৰিবলৈ গৈছিল। অমৰে তাৰ হাতত ধৰি ৰায়চাহেবক কলেঃ এই বাৰলৈ এৰি দিছোঁ। আকৌ এইটোৰ পুলিচ কেচ হলে তোক ঘৰতে আহি মূৰ খুৱাই দিমহি। ৰায়চাহেবক তাতে অবাক কৰি এৰি থৈ অমৰ আৰু হৰেন আহি গাড়ীত উঠিলহি। দুইটা পোনে পোনে হস্পিটাললৈ গল। কাৰণ, অমৰক কেবা ঠাইতো কুকুৰটোৱে তেজ ওলাই যোৱাকৈ আঁচুৰিছিল।

এই ঘটনাৰ পাচত ৰায়চাহেব বহি নাথাকিল। তৎক্ষণাৎ বৰপুতেক আৰু দুই জোঁৱায়েকক মাতি পঠিয়ালে ফোনেৰে।

ফোনতে কলে—অসমীয়া দুৰ্বৃত্তই বঙালীৰ জীৱন গুৱাহাটীত বিপদাপন্ন কৰিবলৈ আৰম্ভ কৰা বুলি। পিচ দিনা বৰপুতেক আহি পাই গলহি। অলপ পিচতে ডাঙৰ জোঁৱায়েকো। এটাই কিজনে আলোচনা কৰি কলিকতাৰ খবৰকাগজৰ ৰিপোৰ্টাৰক মাতি আনি ৰিপোৰ্ট দিলেহি—কেনেকৈ শিক্ষিত অসমীয়া ডেকাই সুপৰিকল্পিত-ভাৱে বঙালীৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰিছে। বৰ জোঁৱায়েকে পৰামৰ্শ দিছিল কিবা মিছা কেচ্ দি অমৰ কলিতাক গ্ৰেপ্তাৰ কৰাবলৈ। ৰায়চাহেবে কলে: অসমীয়া পুলিচে অমৰ কলিতাক বেগেতে গ্ৰেপ্তাৰ নকৰিব। আগতে ৰিপোৰ্টটো কাগজত ওলাই গলে ভাল হব।

কথা বুলিলে বতাহ। ৰায়চাহেব আৰু অমৰ কলিতা -- উভয় পক্ষৰ মানুহ উভয় পক্ষক শিক্ষা দিবলৈ সাজু হল। সঁচাকৈয়ে বঙালী-অসমীয়া গণ্ডগোল এটা লগাৰ উপক্ৰম হোৱা বুলি পুলিচে চৰ্কাৰলৈ ৰিপোৰ্ট দিলে। সৰু সৰু দোকানী-বেপাৰীৰ মাজত সন্ত্ৰাসৰ ভাবে দেখা দিলে। কথাটো ইমান বিয়পি পৰিল যে ৰায়চাহেব আৰু অমৰ কলিতাৰ মাজত লগা গণ্ডগোলটো নোলালেই; কেৱল অসমীয়া-বঙালীৰ মাজত গণ্ডগোল লাগিছে বুলি হে ওলাই পৰিল।

অমৰ কলিতাৰ মুখৰপৰা ঘটনাৰ গতি শুনি বিজয় শৰ্মা আৰু মালতী দেৱীয়ে বৰ ভয় খালে। এনেকৈ হলেতো কিবা এটা মিতমাত হোৱাৰ আশা একেবাৰে নাই! পেটে পেটে মালতী দেৱীৰ অমৰ কলিতালৈ খঙো উঠিল। মানুহটোক ইমানকৈ কোৱাৰ পাচতো সি গৈ এই পৰিস্থিতিৰ সৃষ্টি কৰাৰ কোনো মানে নহয়। তাতকৈ সি নোৱাৰোঁ বুলি কোৱা হলে আন কোনোবা উকীলক লব পৰা হলহেঁতেন। মালতী দেৱীৰ বিজয়ৰ ওপৰতো খং উঠিল—বন্ধু বুলিয়েই অমৰ কলিতাৰ ওপৰত সকলো দায়িত্ব এৰি দি মনে মনে বহি থকা দেখি।



অমৰ কলিতাই ৰগৰ কৰি কলে: বুঢ়াটোক কিবা দৰৱ খুৱাই মাৰি নৈত উটাই দিওঁ। তেতিয়া কেচ্ আৰু নাথাকে।

বিজয়ে বিৰক্তি চেপি ৰাখি কলে: সেইটো বাৰু বুজিছোঁ। তই আমাৰ বিপদ আৰু সন্মানক বৰ লাইট্লি লৈছ। আমি কি কৰোঁ এতিয়া? তই যেনিবা তোৰ অপমানৰ প্ৰতিশোধ ললিয়েই। তাৰ হোৰ এতিয়া আমাৰ ওপৰত হে উঠিব।

অমৰে আকৌ অৱহেলাৰ সুৰত কলে:

মোকৰ্দমা আৰু কাছাৰীত যি হয় হব। তাৰ কাৰণে ভয় কৰিছ কেলেই?

মালতীয়ে মাত লগালে: ভয় একো কৰা নাই। কিন্তু কাছাৰীলৈ যোৱাটোৱেই আমাৰ তিৰোতাৰ কাৰণে লাজৰ কথা। সেই কাৰণেহে কাছাৰীলৈ নোযোৱাকৈ হোৱাকৈ কিবা এটা কৰিবলৈ অনুৰোধ কৰিছিলোঁ।

ঠিক সেই সময়তে চাৰিজন চুবুৰীয়া ডেকা লৰা আহি ওলালহি। লৰা কিজনৰ ভাৱভংগী কঠোৰ। বিজয়ক দাদা বুলি সম্বোধন কৰি সিহঁতে কলে: গুৱাহাটীত এচাম বঙালী মানুহে আকৌ গণ্ডগোল লগোৱাৰ উপক্ৰম কৰিছে। উলুবাৰী অঞ্চলত কোনোবা বঙালী মানুহৰ ঘৰত অসমীয়াই উপদ্ৰৱ কৰা বুলি উলিয়াই উত্তেজনাৰ সৃষ্টি কৰিছে। এই বদ্ উদ্দেশ্য যেনেতেনে বিফল কৰিব লাগিব। তাৰ কাৰণে কাইলৈ আমি এখন সভা পাতিছোঁ।

অমৰ কলিতাই তপৰাই মাত লগালে: কাইলৈ মিটিঙলৈ কেনেকৈ যাবি? কাইলৈ তহঁতৰ কেচৰ দিন পৰিছে।

বিজয়ে কলে: অ'। এৰা হয়। বাৰু মই নগলেও হব। তোমালোকে কেৱল মানুহবোৰক উত্তেজিত হবলৈ নিদিবা।

তাৰে এজন লৰাই বহুত পৰ অমৰ কলিতালৈ চাই থাকি কলে: দাদা, বঙালীক খেদিব খোজা দলৰ নেতাবোৰৰ মাজত আপোনাৰ নামো ওলাইছে।

অমৰে অলপো আচৰিত নহৈ সুধিলে ঃ  মোৰ নাম ?

ঃ হয়।

ঃ সেইটো তেনেই মিছা কথা। অসমীয়া-বঙালীৰ মিলন বিচাৰি একমাত্ৰ মই সাক্ষী হৈ মোৰ বন্ধু বিজয়লৈ এই গৰাকী বঙালী নাৰীক বিয়া কৰাই আনিছোঁ। মই কেনেকৈ বঙালী-বিৰোধী হম ?

তেতিয়াহে লৰা কিজনৰ মনত খেলালে যে বিজয় শৰ্মাৰ ঘৈণীয়েক বঙালী। এটাই কিটাই লৰালৰিকৈ ভাবি চালে, সিহঁতে বঙালীৰ বিৰুদ্ধে কিবা বেয়া কথা কৈছিলনেকি। লৰালৰিকৈ এটাই কলে ঃ সকলো বঙালী মানুহ কেতিয়াও বেয়া নহয়। কিছুমান কিন্তু বৰ বেয়া মানুহ আছে। বাইদেৱে নিশ্চয় জানে।—এইবুলি সি মালতীলৈ চালে।

মালতীয়ে কলে ঃ নাই, মই একো বেয়া নাপাওঁ। সকলো মানুহৰ মাজতে বেয়া মানুহ আছে।

এজন লৰাই আচৰিত হৈ কলে ঃ বাইদেউ দেখোন কথা-বাৰ্তাত একেবাৰে অসমীয়া।

অমৰে হাঁহি কলে ঃ এইবোৰ মানুহেই সাংঘাটিক হয়।

মন্তব্যটোৰ হাস্যৰসক উপভোগ কৰাৰ চিন নেদেখুৱালে মালতীক মুখৰ আগতে গালি পৰাৰ নিচিনা হয় বাবে এটাইকিটা লৰাই হাঁহি দিলে।

লৰা কিটা যোৱাৰ পাচত অমৰ কলিতাই কলে ঃ কাইলৈ কিবা এটা গণ্ডগোল লাগি কাছাৰী বন্ধ হলেই ভাল হয়।

ঃ এই বিজয়, তহঁতৰ কোনটোৰ আখৰ ভাল ?

ঃ মালতীৰ ভাল।

ঃ নহয় পাই। মোৰ আখৰ ভাল বুলি তোমাক কোনে কলে ?

ঃ দেখিছোঁ কাৰণে কৈছোঁ।



ঃ মানে তোতকৈ ভাল ?

ঃ বহুত ভাল। কেলেই ?

ঃ দৰ্কাৰ আছে।

ঃ সেইবোৰ দৰ্কাৰ এতিয়া বাদ দেচোন অমৰ। আমাৰ এই কেচটো কেনেকৈ পাৰি মাতমিত কৰাৰ উপায় এটা উলিয়া।

বিৰক্তিত অসহ্য হৈ যেন মালতী ভিতৰলৈ উঠি গল।

বিজয় শৰ্মাই আকৌ কলে ঃ এওঁ মালতীয়ে কাছাৰীলৈ যাবলৈ একেবাৰে বিচৰা নাই। বৰ লাজ পাইছে।

অমৰে তপৰাই কলে ঃ থ থ। দুইটাই দিনতে দুৱাৰ-ঘৰ খুলি লাগি থাকিব পাৰ···

লাজ লাগিল বিজয়ৰ ঃ ধেৎ। তইনো কাহ এটাও নমৰাকৈ সোমাই গৈছিলি কিয় ?

ঃ মই কিবা জানো নেকি তহঁত দিনতে সেই অৱস্থাত থাকিবি বুলি ? ফুৰ্তি হলে কৰিছ ভাই।

ঃ আকৌ তই আন কথালৈ গলি।

ঃ নগৈ উপায় নাই। তই বাৰু ৰায়চাহেবৰ বিষয়ে কি জান ?

ঃ মই কৈছোঁ নহয়—মই একোকে নাজানো।

ঃ মালতীয়ে ?

ঃ তেওঁ একো নাজানে। কেৱল ইমানকে জানে যে পুতেক বলিয়া বুলি জানিও পুতেকলৈ তেওঁক বিয়া কৰাইছিল।

ইতিমধ্যে মালতী চাহ তিনি পিয়লা লৈ সোমাই আহিল। মালতী বহাৰ পাচত অমৰ কলিতাই কলে ঃ মই বৰ বিপদত পৰিছোঁ আপোনাৰ কেচটো লৈ। আপুনি অলপ সহায় কৰক।

মালতীয়ে আগ্ৰহেৰে অমৰ কলিতালৈ চালে।

অমৰে কলে ঃ আপুনি ৰায়চাহেবৰ দুৰ্বলতাৰ বিষয়ে যি জানে কব লাগে।

ঃ মই যে একো নাজানো !—মালতীয়ে অসহায়ভাৱে কলে।

ঃ সেইদৰে কলেই নহব। অলপ ভাবি চাওকচোন। আপুনি যি জানে কওকচোন। seriously।

তিনিও চিন্তান্বিতভাৱে চাহৰ পিয়লা খালী কৰিবলৈ ধৰিলে। মালতীয়ে এবাৰ দুৱাৰকৈ কৈ গল ঃ মই জনাৰ ভিতৰত ৰায়চাহেবে আগতে জানে পুতেক বলিয়া বুলি। বিয়া কৰাই দিলে ভাল হব বুলি ভাবিয়েই মোক বিয়া কৰাইছিল। সেই কথা তেখেতে মোক নিজে কৈছিল। মই তাত থকাৰ ভিতৰত ইমানকে জানিছিলোঁ যে বুঢ়া বুঢ়ীৰ মাজত মাতবোলেই নাই। বুঢ়ীয়ে বুঢ়ালৈ বৰ ভয় কৰে ঃ চাকৰণী থকা দি থাকে।

ঃ অবিনাশে কি বলিয়ালি কৰে? অমৰে সুধিলে।

ঃ বলিয়ালিৰ ভিতৰত মাক-বাপেকক গালি পাৰি থাকে, মাৰিবলৈ যায়।

ঃ কি গালি পাৰে?

ঃ বাপেকক গালি পাৰোঁতে কয়—'তই মোক বলিয়া বুলিছ? তোক চিনি পাওঁ কাৰণে তই মোক বলিয়া বুলি কৰ? তই মহাপাপী। তোৰ চব কথা মই কৈ দিম।'

ঃ আৰু মাকক?

ঃ মাককো তেনেকুৱা কথাই কয়।

ঃ ৰায়চাহেবৰ ঘৰৰ কোনোবা জীয়ৰী বা বোৱাৰীৰ লগত ঘৰুৱা চাকৰৰ কিবা গণ্ডগোলৰ কথা কোনোবাই কোৱা শুনিছিল নেকি?

অবাক হৈ ৰৈ থাকি মালতীয়ে কলে ঃ নাই শুনা।

ঃ ৰায়চাহেবৰ ঘৰত যে চাকৰ এটা মৰিছিল—শুনিছিল নে?

ঃ বিয়াৰ আগতে শুনিছিলোঁ। কোনোবাই বোলে দেউতাক কৈছিল ৰায়চাহেবে কিবা খঙত মাৰ মাৰি পঠিয়াওঁতে সি মৰি থকা বুলি। দেউতাই কথাটোত বৰ বেছি গুৰুত্ব নিদিলে। পুলিচৰ মানুহৰ তেনেকুৱা খং থকা আচৰিত নহয় বুলি কলে।



ঃ লৰা-ছোৱালীবিলাকৰ লগত কেনেকুৱা ব্যৱহাৰ কৰে ৰায়চাহেবে?

ঃ নিজৰ লৰা-ছোৱালীৰ লগত বৰকৈ কথা পতা মই দেখাই নাই। নাতি-নাতিনীৰ লগত কেতিয়াবা এখন্তেক ধেমালি কৰে।

ঃ দিনটো ৰায়চাহেবে কি কৰে?

ঃ কিতাপ পঢ়া, ফুলনিত কাম কৰা, সন্ধ্যা ফুৰা—ইমানেই।

ঃ কি কিতাপ পঢ়ে?

ঃ প্ৰায়ে ডিটেক্‌টিভ্ উপন্যাস। ইংৰাজী।

ঃ আপোনাক জোৰোণত দিয়া আৰু তাৰ পাচতো দিয়া সোণৰ অলংকাৰবোৰ কি কৰিলে? বেয়া নাপাব।

ঃ মই ভুল কৰিলোঁ। সেইবাৰ তাত গৈ থাকোঁতে থৈ আহিলোঁ। ভাবিলোঁ—সেইবোৰ অলংকাৰ লোৱাৰ মোৰ কোনো অধিকাৰ নাই।

ঃ আপুনি নিজৰ বাপেকৰ ঘৰলৈ এই মোকৰ্দমাৰ বিষয়ে খবৰ দিছেনে?

ঃ নাই দিয়া। ঘৰত মোৰ আই-বোপাই ঢুকালেই। একমাত্ৰ ভাইটোৱে মই বিজয়ক বিয়া কৰোৱাৰ পাচৰপৰা মোৰ খবৰ লোৱা নাই। গতিকে কাক খবৰ দিম?

ঃ বাৰু।—একমাত্ৰ এই শব্দটো কৈ অমৰ কলিতা মনে মনে থাকিল। বিজয় আৰু মালতীও নিমাত। খন্তেক পিচতে অমৰে বিজয়ক সুধিলে ঃ আমাৰ মোকৰ্দমাৰ দিন কাইলৈ পৰিছে নহয়?

ঃ ওঁ। তই আমি যাবলগীয়া নোহোৱাকৈ কিবা এটা কৰিবি। দিন লবই লাগিব।

ঃ বুজিলোঁ বাৰু। এতিয়া কিমান বাজিছে?

হাতৰ ঘড়ী চাই মালতীয়ে কলে ঃ তিনি বাজি পাঁচ মিনিট গৈছে। আপোনাৰ হাততো ঘড়ী আছে দেখোন?

ঃ আছে ; নিজে চাবৰ হে মন যোৱা নাই। বাৰু বিজয়, তই টাইপ কৰিব জান?

ঃ জানো।

ঃ খৰকৈ পাৰ নে ?

ঃ পাৰোঁ। মোৰ ভাল স্পিড আছে।

ঃ তেন্তে হাতৰ আখৰ ভাল হব নালাগে। মই কৈ গলে টাইপ কৰি যাব পাৰিবি ?

ঃ পাৰিম। কি টাইপ কৰিব লাগেনো ?

ঃ তহঁতৰ কেচটোৰ কথাকে।

ঃ কিন্তু মোৰ যে টাইপ-ৰাইটাৰ নাই।

ঃ মই লৈ আহিছোঁ। এতিয়া তহঁতৰ ক'ৰবালৈ যাব লগা আছে নেকি ?

ঃ নাই।

অমৰ বহাৰপৰা উঠিল। ঘৰৰ আগফালে ৰখা গাড়ীখনৰ ভিতৰৰ পৰা এটা টাইপৰাইটাৰ আৰু এসোপা কাগজ আৰু কাৰ্বন-কাগজ আনি মালতী আৰু বিজয়ৰ সমুখৰ সৰু মেজখনত ধপচকৈ থলেহি। কলে ঃ বহুত টাইপ কৰিব লাগিব কিন্তু।

বিজয়ে পাৰোঁ-নোৱাৰোঁৰ মাজতে কলে ঃ চাওঁচোন বাৰু



আঠ।

সকলো যোগাৰযন্ত্ৰ কৰি টাইপ কৰা কাম আৰম্ভ কৰোঁতে আবেলি চাৰি বাজি গল। অমৰে কলে, সিও নিশাৰ সাজ ভাত বিজয়হঁতৰ লগতে খাই যাব বুলি। গতিকে মালতী ৰন্ধা-বঢ়াত ব্যস্ত হল। ইংৰাজীত অমৰ কলিতাই কৈ যোৱা কথাবোৰ বিজয়ে টাইপ কৰি গল ঃ

চিঠিৰ প্ৰেৰক ঃ

অমৰ কলিতা। উকীল।

ভৰলুমুখ, গুৱাহাটী।

ফোন-৩৩৩৬

শ্ৰীবৰুণ কুমাৰ চট্টোপাধ্যায় ( ৰায়চাহেব ) লৈ
অৱসৰপ্ৰাপ্ত ডিপুটি চুপাৰিণ্টেণ্ডেণ্ট অৱ পুলিচ।
উলুবাৰী, গুৱাহাটী।

মিস্টাৰ চট্টোপাধ্যায়,

আপোনালৈ চিঠি লিখাতকৈ মোৰ উচিত আছিল আপোনাক আনি কাছাৰীত থিয় কৰাই এশিকনি দিয়াটো। কিন্তু বন্ধুৰ ওচৰত মই প্ৰতিজ্ঞাবদ্ধ। সেই কাৰণে এই চিঠি আপোনালৈ লিখিবলৈ মই বাধ্য হৈছোঁ। গতিকে বিশেষ কোনো পাতনি নেমেলি মই পোনপটীয়াকৈ আপোনাক কবলগাখিনি কৈ যাওঁ।

১। আপোনাৰ নিশ্চয় মনত আছে যে আপোনাৰ সৰু পুতেক শ্ৰীঅবিনাশকুমাৰ চট্টোপাধ্যায় পগলা বুলি স্বীকৃত হল ১৯৪৭ চনৰ জুন মাহৰ দুই তাৰিখৰপৰা। সেইদিনাই আপুনি ঘোষণা কৰিলে অবিনাশ পগলা বুলি। তেতিয়া অবিনাশৰ বয়স পোন্ধৰ বছৰত সোমাইছিল। সি ক্লাচ নাইনৰ ছাত্ৰ আছিল। সেইদিনালৈকে স্কুললৈ সি গৈ আছিল। স্কুলত কোনেও সেইদিনালৈকে তাক পগলা বুলি জনা নাছিল। স্কুলৰ শিক্ষক, ছাত্ৰ আৰু বাহিৰৰ চিনাকি মানুহেও তাক চোকা ছাত্ৰ আৰু নিৰ্জু লৰা বুলিয়েই জানিছিল। কিন্তু, দুই জুনৰ দিনা সন্ধিয়া সি পাগল হোৱা বুলি আপুনি তাক এটা ঘৰত তলা লগাই বন্ধ কৰি থৈ দিলে। তাৰ পাচত ৰাতি তাক এনেকুৱাকৈ মৰিয়ালে যে সি প্ৰায় এমাহলৈ মুখেৰে কথা উচ্চাৰণ ভালকৈ কৰিব পৰা নাছিল। আপুনি তাৰ জিভা পুৰি দিছিল। এসপ্তাহ সি এটা বন্ধ কোঠাত আধা মৰা হৈ পৰি আছিল। আপোনাৰ পৰিবাৰে তাক ৰক্ষা কৰিবলৈ আহি এনেকুৱাকৈ মাৰ খাইছিল যে এতিয়াও তেখেত লেঙেৰাই ফুৰিব লাগে। সাত দিনৰ পিচত আপোনাৰ ঘৰলৈ এজন পুলিচ চাব-ইন্সপেক্টৰ আহিছিল। তেওঁৰ নাম ৰনেন সেন। তেওঁ আহিছিল আপোনাৰ ঘৰত হৈ যোৱা এটা আত্মহত্যাৰ তদন্ত কৰিবলৈ। উল্লেখযোগ্য যে সেই ২ জুন তাৰিখেই আপোনাৰ চাকৰ মতিয়ে আত্মহত্যা কৰিছিল। চুবুৰীয়া মানুহে আপুনি ৰাতি ঘৈণীয়েক আৰু পুতেকক মৰিওৱা শুনি সন্দেহ কৰিছিল যে একেটা খণ্ডতে আপুনিয়েই চাকৰটোকো মাৰিছিল। যি হওক, তদন্ত কৰিবলৈ আহি ৰনেন সেনে মতি নামৰ চাকৰটোৰ বিষয়ে সকলো খবৰ লোৱাৰ পাচত আপোনাৰ সৰু পুতেক অবিনাশক লগ পাবলৈ বিচাৰিছিল। কাৰণ, সান্ধ্য ভ্ৰমণ কৰি ঘূৰি আহি মতিৰ মৃতদেহ দেখোঁতে আপোনাৰ লগত একমাত্ৰ সিয়েই আছিল। আপুনি কৈছিল, পুতেকটো বলিয়া, গতিকে তাক একো কথা সুধি লাভ নাই। কিন্তু পুলিচে তদন্ত কৰিবলৈ আহিছিল চাকৰটোক



হত্যা কৰা বুলি উৰা-বাতৰি শুনিহে। তাতে খবৰ পাইছিল, আপোনাৰ পুতেক অবিনাশ বলিয়া নহয় বুলি। গতিকে পুলিচে নেৰিলে। নিজে অৱসৰপ্ৰাপ্ত পুলিচৰ ডেপুটি চুপাৰিণ্টেণ্ডেণ্ট হিচাপে আপুনি কৈছিল ঃ মই কৈছোঁ যেতিয়া হব আৰু। কিন্তু ওপৰৱালাৰ হুকুম লৈ অহা পুলিচ চাব-ইন্সপেক্টৰজনে আপোনাৰ কথালৈ কাণ নিদিলে। বন্ধ ঘৰৰ তলা খোলাই অবিনাশক উলিয়াই অনা হল। কি অৱস্থা লৰাটোৰ! মাৰি মাৰি তাক আধা মৰা কৰি পেলাই থৈছিল। পুলিচে সোধা কথাৰ উত্তৰত সি জিভাখন দেখুৱাই কান্দিছিল। পুলিচে প্ৰথমে একো বুজা নাছিল। সেই সুবিধাতে অবিলে চাব-ইন্সপেক্টৰ সেনক কৈছিল ঃ এইবোৰেই তাৰ বলিয়ালি। তাক নি[illegible] সেইদৰে মৰা হৈছিল বুলি সেনে কৰা প্ৰশ্নৰ উত্তৰত আপুনি কৈছিল—সি দা-কুঠাৰ লৈ মানুহ মাৰিবলৈ খেদি ফুৰে। তাক এনেকৈ মৰিয়াই পেলাই থোৱাৰ বাহিৰে আন উপায় নাই। তাৰ জিভাত কি হৈছে বুলি সুধিলত আপুনি কৈছিল, চিগাৰেটৰ জ্বলা ফালটো সি নিজে মুখত ভৰাই দিয়াৰ কাৰণে জিভা পোৰা বুলি। চাকৰটোৱে আত্মহত্যা কৰাৰ সম্ভাব্য কাৰণৰ ভিতৰত আপুনি কৈছিল, সি আগদিনা কেইশমান টকা চুৰ কৰি পিচদিনা মাৰৰ কোবত সৈ কাঢ়িছিল; কিন্তু টকাখিনি ঘূৰাই দিব পৰা নাছিল। টকাখিনি ঘূৰাই নিদিলে ৰাতিলৈ তাক পুলিচত দিয়া হব বুলি আপুনি ভয় দেখুৱাইছিল। সেই ভয়তে বোধকৰোঁ সি আত্মহত্যা কৰিছিল। আপোনাৰ পৰিবাৰে পুলিচৰ কোনো প্ৰশ্নৰে একো উত্তৰ দিয়া নাছিল। শেষত খণ্ডত একোনাই হৈ আপুনি পৰিবাৰক কৈছিল ঃ এই, কৈ নিদিয় কেলেই কি দেখিছ? মৰা মানুহটোক ক'ত দেখিছ তাকো কব নোৱাৰনে? আপোনাৰ পৰিবাৰে তথাপি কোনো কথা কোৱা নাছিল। পুলিচে আপোনাৰ পুতেক অবিনাশক থানালৈ লৈ আহিছিল। পুলিচ অহাৰ পাচতে আপুনি ঘৈণীয়েকক গুৰিয়াই গুৰিয়াই মাৰিছিল। তাৰ

পাচত ঘৈণীয়েক পৰি থকাৰ ওচৰতে থকা লোহাৰ বাকচ খুলিছিল। লোহাৰ বাকচ খুলি আপুনি গণি গণি দহ হেজাৰ টকা লৈছিল। সেই টকা লৈ আপুনি পুলিচৰ চাব-ইন্সপেক্টৰজনৰ চৰ্কাৰী ঘৰলৈ গৈছিল। তাত গৈ দেখিছিল, অবিনাশে এটা কলম লৈ কিবা লিখিছিল আৰু পুলিচ চাব-ইন্সপেক্টৰজনে চাই আছিল। আপুনি জুপি চাই দেখিছিল অবিনাশে লিখা—'মোৰ মুখত জ্বলা জুই ভৰাই জিভা পুৰি দিছে ; মই কথা কব নোৱাৰোঁ……'। আপোনাক দেখি চাব-ইন্সপেক্টৰ গৰগৰাই উঠিছিল। আপুনি দহ হেজাৰ টকাৰ টোপোলাটো পুলিচ চাব-ইন্সপেক্টৰ বনেন সেনক দিছিল। অনুৰোধ কৰিছিল এই কেচ নিষ্পত্তি কৰি দিবলৈ, [illegible] কাৰণে আপুনি নিকিনা গোলাম হৈ থাকিব বুলি কৈছিল ; [illegible] পাচত অবিনাশক লৈ আহিছিল। অবিনাশ ভয়তে আহিব খোজা নাছিল। তাক আপুনি যোৰকৈ লৈ আহিছিল। তাৰ পাচত সেই কুমলীয়া লৰাটোক আপুনি অকথ্য যন্ত্ৰণা আৰু মানসিক ভীতি প্ৰদৰ্শন কৰি সঁচাকৈয়ে বলিয়াৰ নিচিনা কৰি পেলালে আৰু তাক তেজপুৰৰ পগলা ফাটেকলৈ পঠাই দিলে। ইতিমধ্যে আপোনাৰ ঘৰত মতিৰ মৃত্যু লৈ গোটেই গুৱাহাটী চহৰত আপোনাৰ জীয়েক-বোৱাৰীয়েকৰ নামৰ লগত লেটিয়াই নানা কুৎসা ৰটনা হবলৈ ধৰিলে। সেইবোৰলৈ আপুনি বৰ কাণ নকৰিলে। মানুহৰ স্মৃতিশক্তি চুটি। আপোনাৰ ঘৰৰ কথাও এসময়ত মানুহে পাহৰি পেলালে। ভাৰত স্বাধীন হল, অসমত বৰ ভূঁইকঁপ হল। বহুত ডাঙৰ ডাঙৰ খবৰৰ মাজত আপোনাৰ ঘৰখনক গুৱাহাটীৰ মানুহে পাহৰি পেলালে। তাতে চাহাবী কায়দাত আপুনি সমাজৰপৰা আঁতৰি ইমান আছুতীয়াকৈ থাকে যে মানুহে আপোনাৰ ঘৰৰ খবৰ ৰখাৰ সুবিধাকে নাপায়।

চাৰি বছৰমানৰ পাচত আপুনি এদিন অবিনাশক তেজপুৰ জেলৰপৰা লৈ আহিলগৈ। আনিবৰ সময়ত ডাক্তৰে আপোনাক



কৈছিল, তাৰ বৰ্তমান কোনো পাগলামি নাই। একমাত্ৰ সি বাপেক-মাকৰ নাম শুনিলেই ভয়ো খায় আৰু খঙতো আপোন পাহৰা হয়। তাক বেছিকৈ মৰম কৰিবলৈ কৈ পঠাইছিল। আপুনি বৰ মৰমেৰে তাক লৈ আহিছিল। সি বাহিৰৰ কোনো মানুহৰ লগত কথা নাপাতিছিল। একমাত্ৰ ঘৰতে জুপুকা মাৰি সদায় বহি থাকিছিল। আপুনি তাক বৰ মৰম কৰিছিল। মাকেও তাক বৰ মৰম কৰিছিল। আপুনি নিজে মনে মনে ঠিক কৰিলে, এজনী ছোৱালী বিয়া কৰাই দিব পাৰিলে সি ঠিক হৈ যাব। দুখীয়া মানুহৰ ঘৰৰ ছোৱালী এজনী আপুনি তলে তলে বিচাৰিবলৈ ধৰিলে। কৃতকাৰ্যও হল। তাৰ ২১ বছৰ বয়সত ১৯৫৩ চনত আপুনি তালৈ মালতী নামৰ দশমমান শ্ৰেণীত পঢ়া দুখীয়া মানুহৰ ঘৰৰ ছোৱালী এজনী বিয়া কৰাই আনিলে। ছোৱালীজনীৰ বাপেক টেক্সি ড্ৰাইভাৰ। কিবা এটাতো যুক্তি লাগিব এনেকুৱা তল খাপৰ ঘৰৰ ছোৱালী এজনী বিয়া কৰোৱাৰ। আপুনি মানুহক কলে যে ছোৱালীজনীৰ ৰূপ আৰু গুণ দেখি মুগ্ধ হৈ আপুনি আৰু বাপেক-মাকৰ আৰ্থিক অৱস্থাৰ খবৰ লোৱা নাই। কিন্তু অবিনাশলৈ বিয়া কৰোৱাটোৱেই আপোনাৰ কাৰণে কাল হল। বিয়া কৰাই আনি সি প্ৰথম ঘৈণীয়েকক সুধিলে, সি আপোনাৰ নিচিনা হলে ঘৈণীয়েকে ভাল পাবনেকি? নতুন ছোৱালীজনীয়ে "ওঁ" বুলি কোৱাৰ লগে লগে তাৰ পাগলামি আৰম্ভ হল। উপায় নাপাই ছোৱালীজনীক আপুনি নিজে তৃতীয় দিনা মাকৰ ঘৰত থৈ আহিলগৈ। থবলৈ নিওঁতে আপুনি মালতী দেৱীক বহুত কথা বুজাই নিছিল। ছোৱালী-জনীক মাকৰ ঘৰত থৈ আহি আপুনি প্ৰায় এসপ্তাহে অবিনাশক বাৰুকৈয়ে মাৰপিত কৰিলেহি। সি সৈমান হোৱা বুলি ভাবি আকৌ গাড়ী পঠিয়াই আপুনি ছোৱালীজনী অনালে। কিন্তু অবিনাশে আকৌ আগৰ মূৰ্তি ধৰিলে। উপায় নাপাই ছোৱালীজনী এদিন অকলে অকলে বাটলৈ আহি বাটত বাপেকক টেক্সিৰে সৈতে

পাই কান্দিকাটি লগতে গুচি গল। প্ৰতিশোধ লোৱাৰ চেষ্টাত আপুনি এমাহ ধৰি অবিনাশৰ ওপৰত যিখিনি অত্যাচাৰ কৰিলে, সেইখিনি অত্যাচাৰ কোনোবা বাপেকে পুতেকৰ ওপৰত কৰিব পাৰে বুলি মানুহে কেতিয়াও বিশ্বাস নকৰিব। কিন্তু আপোনাৰ কাৰণে পুতেকতকৈ আপোনাৰ ব্যক্তিগত মৰ্যাদা ডাঙৰ। নিজ মৰ্যাদা বিপদাপন্ন হলে আপুনি পুতেক-জীয়েক-ঘৈণীয়েক আদিক মহাশত্ৰু জ্ঞান কৰিব পাৰে। তাৰ পাচত আপুনি অবিনাশক আকৌ তেজপুৰৰ পগলা ফাটেকলৈ পঠাই দিলে। চীনা আক্ৰমণৰ সময়ত তেজপুৰৰ পগলা ফাটেকত কয়দীবোৰ এৰি দিওঁতে সি ওলাই আহিল আৰু তাৰ পাচৰপৰাই সি আপোনাৰ লগত আছে। এতিয়া সি ঘৰত বৰ শান্ত হৈ থাকে। কিন্তু বাহিৰলৈ ওলালেই সি কেৱল আপোনাৰ পৰিবাৰ আৰু আপোনাক উৰাই-ঘূৰাই গালি পাৰে আৰু কেৱল বদনাম কয়। আপোনালোক চোৰ, ডকাইত, দগাবাজ, মতলবী, আৰু কত কি কয়। মানুহে সেইবোৰ শুনি ভাল পায়। তাক মাতি নি শুনেও।

পুতেক দ্বিতীয় বাৰ পাগলা ফাটেকত থাকোঁতেই আপোনাৰ বোৱাৰীয়েক মালতী দেৱীয়ে নিজৰ বাপেকৰ সহায়ত পঢ়ি এম. এ. পাছ কৰিলে। আপুনি তেওঁক কাতৰ অনুৰোধ কৰি নি কিছুদিন আপোনাৰ ঘৰত ৰাখিলেগৈ—তেওঁ এম. এ. পাছ কৰাৰ পাচত। সেই সময়ত আপুনি হাত আৰু শৰীৰ অকামিলা হোৱাৰ ভাও ধৰি মালতী দেৱীক বেংকৰপৰা আপোনাৰ টকা নিজে চহী কৰি উলিউৱাৰ আৰু জমা দিয়াৰ অধিকাৰ দিলে—আপোনাৰ কিমান ধন আছে দেখুৱাই মালতীক আপোনাৰ ঘৰত থাকিবলৈ সৈমান কৰাবলৈকে। মালতী দেৱী কিন্তু বেলেগ ছোৱালী। এনেয়ে গিৰিয়েক ঘৰত নাই। আছেও পগলা ফাটেকত। তাতে আপোনাৰ লগত আপোনাৰ পৰিবাৰৰ সম্বন্ধ দেখিলে ভয় লগা বিধৰ। মালতী দেৱীয়ে ভাবিলে, আপুনি তেওঁক দিয়া অলংকাৰখিনি এনেয়ে যোৱা বুলি নিশ্চয় ভাবিছে। কাৰণ, ধন-সম্পত্তিৰ প্ৰতি অপোনাৰ কিমান লোভ সেই কথা তেওঁ কেইদিনমান থাকিয়েই বুজি পাইছিল। তেওঁ বুদ্ধি কৰি আপুনি তেওঁক বিয়াত আৰু বিয়াৰ পাচত দিয়া অলংকাৰবোৰ থৈ মালতী দেৱী এদিন গুচি আহিল। আৰু তেওঁ নগল আপোনাৰ ঘৰলৈ। মালতী দেৱীৰ লগত আপোনাৰ ঘৰখনৰ যিটো সম্বন্ধ আছে বুলি আপুনি প্ৰতিপন্ন কৰিব খুজিছিল, সেই সম্বন্ধক বিস্মৃতিৰ গৰ্ভলৈ ঠেলি দিবলৈ মালতী দেৱীয়ে অনবৰত চেষ্টা কৰিছিল। তেওঁ আপোনাক শহুৰ বুলি বা আপোনাৰ পুতেকক স্বামী বুলি স্বীকাৰ কৰিবলৈ এৰি দিছিল। তাৰ এবছৰ পিচতে চীনা আক্ৰমণৰ সময়ত অবিনাশ আহি ঘৰ পাইছিলহি।

কাৰোবাৰ মুখে মালতী দেৱীয়ে নতুনকৈ বিয়া কৰাব খুজিছে বুলি শুনি আপোনাৰ আত্মমৰ্যাদাই বৰ আঘাত পাইছিল। লৰালৰিকৈ আপুনি এই বিয়া ভাঙিবলৈ চেষ্টা কৰিছিল। মালতীক লগ ধৰি আপুনি কৈছিল, অবিনাশৰ লগত বিবাহ-বিচ্ছেদৰ আগতে বিয়া কৰালে আইনৰ কবলত পৰি হাৰাশাস্তি হব। আৰু আপুনি কেতিয়াও বিবাহ-বিচ্ছেদ কৰিবলৈ নিদিয়ে বুলি কৈছিল। মালতীক লোভ দেখুৱাই কৈছিল, এক লাখ টকাৰ সোণৰ অলংকাৰ মালতীয়েই পাব। মালতীয়ে কোনো উত্তৰ দিয়া নাছিল। কিন্তু পিচৰবাৰ মহিলা সমিতিৰ অফিচত তেওঁক লগ পাবলৈ আপুনি আহোঁতে তেওঁ আপোনাক অফিচৰুমত সোমাবলৈ নিদি বাহিৰৰপৰাই বিদায় দিছিল। আপুনি চকিদাৰক ঠেলি জোৰ কৰি সোমাব খোজা দেখি মালতী দেৱীয়ে উঠি আহি দুৱাৰমুখৰপৰা আপোনাক কৈছিল—'মই এইমাত্ৰ পুলিচ মাতিম।' আপুনি গুচি আহিছিল। কিন্তু বহি থকা নাছিল। মাতাল কেইটামানক লগাই আপুনি বিজয় শৰ্মা নামৰ মানুহ এটাক ভালকৈ খুন্দালে। আপোনাৰ ভাগ্য বেয়া যে সেই বিজয় শৰ্মা মালতী দেৱীক বিয়া কৰাবলৈ ওলোৱা বিজয় শৰ্মা নহয়। সেইজন বিজয় শৰ্মাই মাতাল কেইটাৰ

জবানবন্দীৰ ওপৰত ভেটি কৰি আপোনাৰ ওপৰত দিয়া কেচ্ এতিয়াও চলি আছে। কিন্তু আপুনি ঘাগু পুলিচ; আপুনি কাছাৰীলৈ ভয় নকৰে। আপুনি জানে যে আইনত দোষীক শাস্তি দিয়াতকৈ নির্দোষীক ৰক্ষা কৰাৰ প্ৰতি বেছি গুৰুত্ব দিয়া হয় আৰু সেই ফাকতে আপোনাৰ নিচিনা চতুৰ লোক সাৰি যাব পাৰে।

মালতী দেৱীৰ বিয়া হৈ যোৱা দেখি আপুনি খঙত আত্মহাৰা হৈছিল। আপুনি পাহৰি গৈছিল যে চাকৰি কৰি থাকোঁতে থকা আপোনাৰ প্ৰতাপ আৰু দেহৰ শক্তি এতিয়া নাই। সেই কাৰণেই বোধকৰোঁ আপুনি বেছি জেদী হৈ পৰিছিল। সেই জেদ পূৰাবলৈকে, মালতী দেৱীক শিকনি দিবলৈকে আপুনি এতিয়া মালতী দেৱীৰ ওপৰত মিছা মোকৰ্দমা তৰিছে। আপোনাৰ ঘৰত নি ৰাখোঁতে আপুনি মালতী দেৱীক চহী কৰি বেংকৰ চেক কটাৰ অধিকাৰ দিছিল। সেই কিদিনত আপুনি মালতী দেৱীক দেখুৱাবলৈকে বেংকৰপৰা হেজাৰে হেজাৰে টকা তুলিছিল। সেই মালতী দেৱীৰ চহীৰে বেংকৰ-পৰা তোলা টকা আৰু ঘৰুৱা অলংকাৰ মালতী দেৱীয়ে লৈ যোৱা বুলি অভিযোগ কৰি আপুনি কেচ্ দিছে। আপোনাৰ ইচ্ছা, মালতী দেৱীয়ে গৈ আপোনাৰ ভৰিত ধৰিব লাগে। কিন্তু, মই আগেয়েই কৈছোঁ, মালতী দেৱী বেলেগ ধৰণৰ ছোৱালী; আপোনাৰ নিচিনা পুলিচৰ মানুহে সাধাৰণতে লগ পোৱা বিধৰ মানুহ মালতী দেৱী নহয়। তেখেতৰ হৈ মই দুবাৰ আপোনাৰ ওচৰলৈ গলোঁ। দুইবাৰ আপুনি মোক অপমান কৰি ঘূৰাই পঠাবলৈ সাহ কৰিলে। যি কোনো দুষ্ট মানুহৰ থকাদি আপোনাৰ এটা মৰসাহ আছে। সেই সাহৰ বলতে আপুনি মোক পিচৰ বাৰ চাকৰৰ হতুৱাই বন্ধাই থব খুজিছিল। আপোনাৰ দোষতে আপোনাৰ সুন্দৰ কুকুৰটোক ঘূণীয়া কৰি আহিব লগা হোৱাত মই সচাঁকৈ দুঃখিত। ৰুচ দেশে মহাকাশলৈ প্ৰথম স্পুটনিক পঠাওঁতে তাত কুকুৰ এটা পঠোৱা কাৰণে ইংলেণ্ডৰ কুকুৰপ্ৰেমীসকলে ৰুচ দেশক নিন্দা



কৰিছিল। মোৰ তেনেকুৱা কোনো মতলবী উদ্দেশ্য নাই; সচাঁকৈ বেয়া লাগে কাৰণেহে কৈছোঁ।

অবিনাশ মালতীৰ কথা ইমানতে এৰোঁ। ১৯৪২ চনৰ ভাৰতৰ গণ আন্দোলন আপোনাৰ নিশ্চয় মনত আছে। সেই আন্দোলনত আপুনি দেশৰ স্বাধীনতাপ্ৰেমী ৰাইজৰ ওপৰত যি অত্যাচাৰ কৰিলে তাৰ কাৰণেই আপুনি বিদেশী চৰ্কাৰৰ দয়াত পুলিচৰ চোট চাহাব হল আৰু ৰায়চাহেব উপাধিও পালে। সেই সময়ত পুলিচ চাহাব আৰু জিলাৰ বগা বৰচাহাবক ভাল লগাবলৈ গৈ এজন বৃদ্ধক গুৰিয়াই মৰাটো আপোনাৰ মনত আছেনে? তেতিয়া আপোনাৰ সেই দোষ গুণত পৰিণত হল। কিন্তু এতিয়া সেই ঘটনাৰ সময়ত থকা মানুহৰ সাক্ষী আৰু ঘটনাৰ বিবৰণ মিলাই আপোনাক এতিয়াও দোষী সাব্যস্ত কৰিব পাৰি বোধকৰোঁ। মই জানো, সেইবোৰলৈ আপুনি ভয় নকৰে। আৰু হয়তো আপুনি কব যে বৃটিছ প্ৰভুক ভাল লগাবলৈ মানুহ মৰা বহুত চৰ্কাৰী বিষয়া পিচলৈ কংগ্ৰেছী চৰ্কাৰৰো বিশ্বাসী বিষয়া হৈ বিষয়-বাব খাই আছিল। এতিয়াও হয়তো আছে। তাৰ উত্তৰত মই আপোনাক কব পাৰোঁ যে ভাৰতৰ জনশক্তিয়ে সেই বিশ্বাসঘাটক দলৰ এতিয়াও বিচাৰ কৰা নাই। কংগ্ৰেছৰ আঁচলৰ তলত সিহঁতৰ বহুতেই লুকাই আছে। যিদিনা ভাৰতৰ জনশক্তিয়ে বিচাৰ কৰিব, সেইদিনা সিহঁতৰ ছাইখিনিয়েও মৰিশালিত শান্তি নাপাব। তথাপি আপুনি ভয় নকৰে বুলি জানো। কাৰণ এইটোৱেই আপোনাৰ প্ৰথম হত্যা নহয়। ইয়াৰ আগতে আপুনি ইয়াতকৈ অতি নীচ জঘন্য হত্যা কৰিছে। আপোনাৰ তৃতীয় সন্তানটো ছমাহতে কেনেকৈ মৰিল? আপুনি পৰিবাৰক সন্দেহ কৰিছিল ওচৰতে থকা ডেকা পুলিচ চাব্-ইন্সপেক্টৰ এজনৰ লগত। সন্দেহ হে কৰিছিল, ধৰা পেলাব পৰা নাছিল। আপুনি চৰ্কাৰী কামত প্ৰায় বিশ দিনৰ কাৰণে চিলঙলৈ যাবলগা হৈছিল। ঘূৰি আহি আপোনাৰ পৰিবাৰৰ

মনৰ আনন্দ দেখি আপোনাৰ সন্দেহ ঘনীভূত হৈছিল। ইতিমধ্যে সেই চাব-ইন্সপেক্টৰজন যোৰহাটলৈ বদলি হৈছিল। (এতিয়া তেখেত অৱসৰপ্ৰাপ্ত; যোৰহাটতে আছে।) তেওঁ যাবৰ সময়ত আপোনাৰ পৰিবাৰক মাত লগাওঁতে এখন গামোচা উপহাৰ দি গৈছিল। কথাটো আপোনাক চাকৰটোৱে কওঁতেই আপুনি খঙত ৰঙা পৰিছিল। সেই গামোচাখন জুই লগাই পুৰিবলৈ আদেশ দিছিল। তাৰ পাচত আপোনাৰ পৰিবাৰ অন্তঃসত্তা হোৱাৰ লগে লগে আপুনি কৈছিল যে সেই সন্তান আপোনাৰ নহয়। সেই সন্তান নষ্ট কৰিবলৈ শেষত আপুনি সগৰ্ভা স্ত্ৰীক কলিকতালৈ লৈ গৈছিল। যি কাৰণতে হওক, আপুনি সেই কাম কৰিব নোৱাৰিলে। সন্তান জন্ম হোৱাৰ পাচতো আপুনি এদিনলৈও সন্তানটোক চকু ঘূৰাই চোৱাই নাছিল। সেই সময়তে আপুনি বদলি হৈ সপৰিয়ালে গুৱাহাটীলৈ আহিছিল। আপুনি নিজে সন্তানটো চলন্ত ট্ৰেনৰপৰা দলিয়াই পেলাই দিয়া দেখা দুজন মানুহ এতিয়াও জীয়াই আছে। পুলিচত ৰিপোৰ্ট দিছিল ট্ৰেনৰপৰা সৰি পৰা বুলি। চেইন টানি আপুনি ট্ৰেন ৰাখিছিল; বেজাৰ কৰিছিল। সেই শোকতে, আৰু আপোনাৰ অত্যাচাৰত আৰু অনাদৰত শুকাই শুকাই আপোনাৰ প্ৰথম ঘৈণীয়েক ঢুকাইছিল। মোৰ বিশ্বাস প্ৰথম পৰিবাৰক আপুনিয়েই হত্যা কৰিছিল; কিন্তু তাৰ উপযুক্ত প্ৰমাণ মই এতিয়াও পোৱা নাই। আপোনাৰ দ্বিতীয় আৰু বৰ্তমানৰ পত্নী আপোনাতকৈ ওঠৰ বছৰৰ সৰু। প্ৰথম পত্নী মৰাৰ পাচত আপুনি পাঁচ বছৰমান বিয়া কাৰোৱা নাছিল। সেই সময়ত নাৰীৰ প্ৰতি আপোনাৰ আকৰ্ষণ ইমান বাঢ়িছিল যে আপোন মানুহেও আপোনাৰ ঘৰলৈ নিজৰ ভনীয়েক ঘৈণীয়েকক লৈ আহিবলৈ সাহ নকৰা হৈছিল। চিলঙৰ তিনিজনী নীতিলঘু তিৰোতাই এতিয়াও নিজ প্ৰেমিকৰ তালিকাত আপোনাৰ নামটো কয়। আপোনাৰ সম্বন্ধীয়া ছোৱালী এজনীৰ সৰ্বনাশ কৰি গাঁৱলীয়া দৰৱ খুৱাই গৰ্ভ নষ্ট কৰি তাইক



জীৱনলৈ ঘৃণীয়া কৰাৰ কথা আপোনাৰ নিশ্চয় মনত পৰিব। দৰ্কাৰ হলে মানুহগৰাকীক মই আপোনাৰ কাষলৈ লৈ যাব পাৰোঁ। তেখেত এতিয়া গুৱাহাটীতে আছে। সদায় পুৱা-গধূলি এতিয়াও আপোনাক শাও দিয়ে। যিহওক, শেষত আপুনি আপোনাৰ দ্বিতীয় পৰিবাৰক বিয়া কৰায়। এঘৰ দুখীয়া মানুহৰ ঘৰৰ অশিক্ষিতা ছোৱালী। আপোনাক পোৱাটোৱেই স্বৰ্গ পোৱা হেন পাইছিল। আপোনাৰ মুখৰ ওপৰত এষাৰো কথা নোকোৱাকৈ সেইগৰাকী মানুহে আজিলৈকে এটা জীৱন কটাই দিছে।

মতি নামৰ আপোনাৰ চাকৰটো আপোনাৰ লগত বহুত দিন আছিল। সি কিন্তু আপোনাৰ গুণত মুগ্ধ হৈ থকা বুলি কোনো দিনেই কাকো কোৱা নাছিল। কেৱল আপোনাৰ লৰা-ছোৱালীৰ মৰমত আৰু আপোনাৰ পৰিবাৰৰ ব্যৱহাৰত সন্তুষ্ট হৈয়ে সি আপোনাৰ অসৎ ব্যৱহাৰো সহ্য কৰি গৈছিল। এই কথা সি তাৰ বন্ধু-বান্ধৱৰ আগত প্ৰায়ে কৈছিল। নহলে সাতাইশ বছৰীয়া চফল ডেকা মতিৰ চাকৰিৰ অভাৱ গুৱাহাটীত নহলহেঁতেন।

ইমানলৈকে টাইপ কৰাৰ পাচত বিজয় শৰ্মাই হাত দাঙি দিলে। এটা হাতেৰে আনটো হাত মোহাৰি মোহাৰি কলে: আৰু নোৱাৰি ভাই; হাতৰ বিষ উঠি গৈছে।

মালতীয়ে বন্ধা বঢ়া এৰি এফালৰপৰা অমৰ কলিতাই শ্ৰুত-লিপিৰ দৰে কৈ যোৱা কথাকে ইমান পৰে শুনি আছিল। এইবাৰ এটা হুমুনিয়া কাঢ়ি কলে: আপুনি ইমানবোৰ কথা কেনেকৈ জানিলে?

অমৰ গোৰগোৰাই উঠিল: আপোনালোক কাছাৰীলৈ যাবলৈও নালাজ; ইপিনে উকীলে সকলো মিতমাত মনে মনে কৰি দিব লাগে। কি কৰিম আৰু? বাধ্য হৈ খবৰ বিচাৰি ঘূৰি ফুৰিছোঁ।

: ইমান কম সময়ৰ ভিতৰতে আপুনি ইমানবোৰ মানুহ কেনেকৈ লগ পালে ?

: আপোনালোকৰ সেৱাৰ কাৰণে টলৌ টলৌকৈ ঘূৰি ফুৰিছোঁ আৰু। পিছে খোৱাৰ কি যোগাৰ হৈছে ?

: খোৱাৰ একো যোগাৰ হোৱাই নাই। এওঁ বজাৰলৈ গলে হে হব।

: বজাৰলৈ ? এতিয়া দেখোন নটা বাজিল। বলচোন বিজয়, লৰালৰিকৈ বল।

তিনিও গাড়ীত উঠি বজাৰ পালেগৈ। কিন্তু আচৰিত। আজি ৯ বজাতে গুৱাহাটীৰ প্ৰধান তিনিখন বজাৰ একেবাৰে জনপ্ৰাণীহীন। প্ৰতিখন বজাৰতে বহুত বহুত পুলিচ। কাৰণ কি ? ওচৰৰ দুই এক মানুহক সুধি জানিব পাৰিলে, কিবা গণ্ডগোল হোৱাৰ আশংকাত বজাৰ সোনকালে ভাগিল। বঙালী-অসমীয়াৰ গণ্ডগোল লগাৰ ভয়তে বজাৰ বন্ধ হোৱা বুলি বুজিবলৈ অমৰৰ বাকী নাথাকিল। কি কৰিব এতিয়া ? তিনিওটাই শেষত এটা হোটেলত সোমাই খোৱাকে ঠিক কৰিলে। সকলো সমস্যা পাহৰি সুন্দৰ পৰিবেশত তিনিওটা খোৱাত ব্যস্ত হল।

মালতী আৰু বিজয়ক আনি ঘৰত নমাই দিওঁতে ৰাতি এঘাৰটা বাজিল। তেতিয়া আৰু বিজয়ৰ টাইপ কৰাৰ ইচ্ছা নাছিল। তথাপি, নকৰিলেও নহব। কাইলৈ পুৱা ৬।৭ বজাৰ ভিতৰতে ৰায়চাহেবে পোৱাকৈ এই চিঠি পঠাবই লাগিব। ৰায়চাহেবৰ উত্তৰো দহ বজাত কাছাৰী বহাৰ আগতে আহিব লাগিব। কিন্তু এইবোৰ কথা লিখি দিলে ৰায়চাহেবে কিয় কেচ তুলি লব ? এইবোৰ উলিয়াই দি কিবা কৰিব পাৰিব বুলি ৰায়চাহেবে ভয় কৰিবনেকি ? যি হওক। সেই বিষয়ে হেজাৰ সন্দেহ হলেও বিজয় আৰু মালতীয়ে কোনো প্ৰশ্ন অমৰ কলিতাক নকৰিলে। সিহঁতক নমাই দিওঁতে অমৰকো মাতিলত হে অমৰে কলে : এতিয়া আৰু তহঁতক দিগ্‌দাৰী কৰিলে পাপ হব। বাকীখিনি ময়ে ঘৰত গৈ টাইপ কৰোঁগৈ।



মালতীয়ে লাজ কৰিলে। দিনতে অমৰ কলিতাই সিহঁতক বেয়া অৱস্থাত দেখা কথাটো মনত পৰি গল।

বিজয়ে কলে : তই কিমান টাইপ কৰিবি ? তাতে তই পুৱাই সেই চিঠি পঠাবই লাগে বোলে।

: মই আৰু তোৰ নিচিনা অকৰানে ? কোনোবা এখন খবৰ-কাগজৰ অফিচত কোনোবা এটাৰ হতুৱাই টাইপ কৰামগৈ।

বিজয়ে একো উত্তৰ দিবলৈ পোৱাৰ আগতে অমৰে টাইপৰাইটাৰটো তুলি ললে। বিজয়ে কাগজবোৰ জাপি-মেলি দিলে। গোজৰণি মাৰি অমৰ কলিতাৰ গাড়ীখন নিশা চাৰে এঘাৰ বজাত বিজয়ৰ ঘৰৰ আগৰপৰা আঁতৰি গল।

ন ॥

পিচদিনা পুৱা পূৰা ছয় বজাত অমৰ কলিতাই নিজৰ দীঘল চিঠিখন ড্ৰাইভাৰৰ হাতত দি কলেঃ ৰায়চাহেবৰ ঘৰ তোক দেখুৱাইছিলোঁ নহয় কালি? তাত ঘৰৰ আগফালে যাকে পাৱ তেওঁৰ হাততে এই চিঠিখন দি আহিবি। চিঠি দিয়েই তই পোনে পোনে এৰোড্ৰোমলৈ যাবি। তাত কলিকতাৰপৰা অহা প্ৰথম বিমানতে কলিকতাৰ খবৰ-কাগজ আহিব। প্ৰতিখনৰে একোখনকৈ লৈ আহিবি। হেঁ এয়া পইচা। আনিয়েই পোনে পোনে বিজয় শৰ্মাৰ তালৈ যাবি। মই তাতে থাকিম।

আঠমান বজাত অমৰ কলিতা এখন ৰিক্সাত উঠি বিজয় শৰ্মাৰ ঘৰ পালেগৈ আৰু বিজয় বুলি চিঞৰ মাৰি বাহিৰৰ চোফাখনতে গা এলাই দিলে। যেন তাৰ অফুৰন্ত আহৰি।

বিজয়ে ওলাই আহিয়েই অমৰক দেখি সুধিলেঃ তেন্তে কি কৰিবি? আজি মোকৰ্দমাৰ দিন আছে নহয়? কালি তোৰ টাইপ কৰা হলনে?

অমৰে খঙেৰে কলেঃ পুৱা চাৰি বজালৈকে তহঁতৰ সেইসোপা টাইপ কৰিছোঁ। পুৱা সাত বজাত পঠাইছোঁ। গতিকে এতিয়া সেইবোৰ কথা উলিয়াই আৰু তিতাকেহা নলগাবি। ঘৰত থাকিলে মোক্লে আহি দিগ্দাৰ কৰেহি বুলি তহঁতৰ ঘৰত জিৰাবলৈহে আহিছোঁ।

ক'ৰবাত ক'ৰবাত খুচখাচকৈ অসমীয়া-বঙালী গণ্ডগোল লগা বুলি কোনোবাই খবৰ দিয়াৰ কথা বিজয়ে কলে। অমৰে একো উত্তৰ



নিদি ৰেডিঅ'টো লগাই দিলে। এচুকত কেৰম বৰ্ডখন দেখি অমৰে কলেঃ এই বিজয়, তইতো আগেয়ে ভাল কেৰম খেলিছিলি। আজি খেলোঁ আহ।

ঃ মোতকৈ মালতীহে ওস্তাদ।

ঃ ভাল কথা। ময়ে তয়ে হওঁ, তেখেত অকলে হওক।

ইতিমধ্যে মালতীয়ে চাহ লৈ আহিল। বিজয় আৰু মালতী এটাৰো মনৰ অৱস্থা কেৰম খেলাৰ উপযোগী নাছিল। অমৰৰ নাচোৰবান্দা মনোভাৱ দেখি মালতীও অমৰক ভাল লগাবলৈকে খেলাত বহিল। প্ৰথম দুই গেমত মালতী জিকা দেখি অমৰে কলেঃ এখেতৰ ভাগ্য ভাল দেখিছোঁ। মোকৰ্দমাতো জিকিব যেন পাইছোঁ।

তৃতীয় গেম খেলি থাকোঁতেই এৰোড্ৰোমৰপৰা কলিকতীয়া বাতৰি-কামত লৈ ড্ৰাইভাৰ হাজিৰ হলহি। অমৰে ড্ৰাইভাৰক গাড়ীতে বহিবলৈ কলে। তিনিওখন কাকততে গুৱাহাটীত "বঙালী-বিৰোধী আন্দোলনৰ সূত্ৰপাত" সুৰৰ ডাঙৰ ডাঙৰ আখৰৰ হেড্ লাইন। এখনৰ মতে ৰায়চাহেব চট্টোপাধ্যায় গুৱাহাটীৰ 'বঙ্গবাসী সমাজ'ৰ সভাপতি। তেখেতে এনে সমাজদ্ৰোহী, দেশৰ অনিষ্টকৰ কাম গুৰিতে নিৰ্মূল কৰিবলৈ চৰ্কাৰক অনুৰোধ কৰিছে। তিনিওখন কাগজৰ এই খবৰটো পঢ়ি উঠি অমৰ কলিতাই হো-হোকৈ হাঁহি দিলে। বিজয় আৰু মালতী আচৰিত হল। বিজয়ে সুধিলেঃ হাঁহিছ কেলেই?

ঃ নাহাঁহি কি কৰিম? মিছাকৈয়ে মানুহবোৰক ভয় খুৱাই মাৰিছে।

ঃ একেবাৰে মিছা বুলি নকবি।

অমৰে ঘড়ী চালে। ন বাজি পঁয়ত্ৰিশ মিনিট গৈছে। অমৰে সময় দিছিল ন বাজি পঞ্চলিশ মিনিটলৈকে। এবাৰ বাটলৈ জুমি চাই সি কলেঃ আহ এইবাৰ, গেমটো শেষ কৰি লওঁ। অনিচ্ছাৰে

হলেও মালতী আৰু বিজয় আকৌ খেলাত লাগিল। আজি বিজয়ৰ ছুটী। কেচটোৰ দিন পৰা কাৰণে ছুটী লৈছিল।

বৰ্ডত বিজয়হঁতৰ এটা আৰু মালতীৰ দুটা গুটি। তিনিও একান্ত মনে খেলাত ব্যস্ত। এইখন বৰ্ড মালতীয়ে পালে অমৰহঁতে "নিল" খাব। বিজয়হঁতৰ এটা হলেও গুটিটো বৰ বেয়া ঠাইত আছে; মালতীৰ দুয়োটা বৰ ভাল ঠাইত আছে কিন্তু। মালতীৰ গুটি অন্ততঃ এটা কেনেকৈ বেয়া ঠাইলৈ নিব—তাৰে নিৰ্দেশ দি আছিল অমৰে। এনেতে বাহিৰত কোনোবাই গলহেকাৰি মৰাৰ শব্দ হল। দুৱাৰলৈ নোচোৱাকৈ অমৰে চিঞৰি দিলে : Come in please। মালতীয়েই প্ৰথমতে দুৱাৰমুখলৈ মূৰ তুলি চাই দেখিলে—দুৱাৰমুখত ৰায়চাহেব বৰুণকুমাৰ চট্টোপাধ্যায়। মালতীয়ে নিজৰ চকুক যেন বিশ্বাস কৰিব নোৱাৰিলে। অমৰে শশব্যস্তে থিয় হৈ ৰায়চাহেবক বহিবলৈ ঠাই উলিয়াই দিলে। বিজয় অবাক হৈ বহি থাকিল।

ৰায়চাহেবে অমৰলৈ চাই কলে : মই নবহোঁ। এওঁলোকৰ আগতে কথা কব পাৰোঁনেকি ?

: আপুনি কওক। মই এওঁলোকক কিন্তু বিশেষ একো জনোৱা নাই।

: সেইটো আপোনাৰ অনুগ্ৰহ। মই এতিয়া গৈ মোকৰ্দমাটো তুলি লমগৈ। ইচ্ছা কৰিলে আপুনি মোৰ লগত যাব পাৰে।

: ধন্যবাদ।

: আৰু আপোনাৰ দ্বিতীয় সৰ্তটো। এই টোপোলাটো লওক। ইয়াৰ ভিতৰতে এখন "উইল" আছে। কিবা ভুল আছে যদি আপুনি পঢ়ি চাব পাৰে।

: দৰ্কাৰ নাই। আপোনাৰ নিচিনা মানুহে কামত ভুল নকৰে।

: আৰু তৃতীয় সৰ্তটো। এইটো বিবৃতিকে দিলে হবনে ?

হাতত লৈ অমৰ কলিতাই কলে : বাৰু মই পঢ়ি চাওঁ। কিবা সলাব লাগিলে আপোনাক ফোনত জনাম।



: নালাগে। কিবা সলাব লাগিলে আপুনিয়ে সলাই দিব। মই তলত চহী দি দিছোঁ—সলালেও মোৰ বিবৃতি হিচাপেই যাব। বাৰু, মই আহোঁ তেন্তে।

: ভাল বাৰু। আপোনাক আমনি দিয়াৰ কাৰণে বেয়া নাপাব।

ৰায়চাহেবে অমৰ কলিতালৈ চাই এটা হাঁহি মাৰিলে। তাৰ পাচত বিজয় আৰু মালতীলৈ নোচোৱাকৈ ওলাই গল।

ৰায়চাহেব ওলাই গৈ বাট নোপোৱালৈকে অমৰে দুৱাৰমুখৰপৰা চাই থাকিল। বুঢ়া এখন বিস্ময়াত উঠিব খোজাত অমৰৰ বেয়া লাগিল। দৌৰি গৈ কলেগৈ : মোৰ গাড়ীতে যাওক। ড্ৰাইভাৰ আছে।

বুঢ়া ধন্যবাদ দি অমৰ কলিতাৰ গাড়ীত উঠি গুছি গল।

অমৰ উভতি আহিল। আগৰদৰে চোফাখনত বহিল। হঠাৎ হাঁহি হাঁহি এনেয়ে বিজয়ক গোৰ মাৰি দি কলে : কুকুৰ হলনে? বুঢ়া এতিয়া মোকৰ্দমা তুলি লবলৈ গৈছে।

বিজয়ে কি কব একো ভাবি নাপালে। অমৰে হাতত থকা টোপোলাটো লৰালৰিকৈ খুলিলে। টোপোলাটোৰ ভিতৰত অলংকাৰৰ এটা ধুনীয়া বাকচ। তাৰ ভিতৰত বহুত সোণৰ অলংকাৰ আৰু সুন্দৰকৈ জাপি থোৱা তিনিখন কাগজ। প্ৰথম সৰু কাগজখনত অলংকাৰৰ হিচাপ। তাত লিখা আছে :

১। বিয়াত আৰু বিয়াৰ পাচত মালতীক দিয়া সকলো অলংকাৰ, অৰ্থাৎ—

নেকলেচ—৩ ডাল, বালা—৬ যোৰ, ইয়েৰিং—৪ যোৰ, খাৰু—২ যোৰ, আঙঠি—৯টা, চেইন—২ ডাল, গোটা সোণ—৫ তোলা মুঠ প্ৰায় ৩৫ তোলা সোণৰ অলংকাৰ।

দ্বিতীয় কাগজখন এখন চেক—দহ হেজাৰ টকাৰ।

তৃতীয় কাগজখনত গুৱাহাটীৰ উলুবাৰীত দুকঠা বাৰী-মাটি উইল কৰি দিয়া আছে। লিখা আছে যে এই মাটি যেতিয়াই-তেতিয়াই মালতীয়ে নিজৰ নামত নামজাৰি কৰাই লব পাৰে।

এইবোৰ চাই থাকোঁতে অমৰ কলিতাই বিজয় আৰু মালতীৰ উপস্থিতিৰ কথা একেবাৰে পাহৰি গৈছিল। হঠাৎ মূৰ তুলি চাই দেখে, দুইটাই তালৈ হেবাঙে চোৰাদি চাই আছে।

অলংকাৰৰ বাকচৰ টোপোলাটো কাগজ কিখনসহ অমৰে বিজয়লৈ আগুৱাই দি কলে: হোঁ, এইবোৰ হিচাপ কৰি ল। মিচেচ শৰ্মা, চাই লওক আপোনাৰ বস্তু এটাইবোৰ আহিছেনে নাই, চাই লওক।

বিজয় আৰু মালতী অলংকাৰসোপালৈ চাই ৰৈ থাকিল।

ৰায়চাহেবে খবৰকাগজলৈ লিখি দিয়া বিবৃতিটো অমৰে পঢ়িবলৈ ধৰিলে:

গুৱাহাটীত বঙালী-বিৰোধী কাৰ্যকলাপ ইদানীং বৃদ্ধি পোৱা বুলি কিছুমান সংবাদপত্ৰই (বিশেষকৈ কলিকতীয়া সংবাদপত্ৰই) প্ৰচাৰ কৰিছে। কিছুমানত মোক গুৱাহাটী 'বঙ্গবাসী সমাজ'ৰ সভাপতি বুলি চিনাকি দি মোৰ নামত বিবৃতি এটাও দিছে। গুৱাহাটীৰ স্থায়ী বঙালী বাসীন্দা হিচাপে মই কওঁ—এই খবৰ একেবাৰে মিছা। গুৱাহাটীত কোনো তেনেকুৱা গণ্ডগোল বৰ্তমান নাই। কোনোবা সাংবাদিকে হয়তো মোৰ ঘৰত হোৱা এটা সৰু ঘটনাকে অসমীয়া-বঙালী গণ্ডগোল বুলি প্ৰমাণ কৰিছে। সেইটো মোৰ একেবাৰে ঘৰুৱা কথা। প্ৰকাশ হোৱাৰ নিচিনা কোনো বিবৃতিও মই দিয়া নাই। এনে উৰাবাতৰিৰে গুৱাহাটীত সৃষ্টি কৰা চাঞ্চল্যৰ কাৰণে একমাত্ৰ কোনোবা অভিসন্ধিমূলক সাংবাদিকেই দায়ী। ইয়াত কোনো সত্যতা নাই। আশাকৰোঁ মোৰ এই বিবৃতি ছাপা কৰি সম্পাদকসকলে গুৱাহাটীৰ মিছা খবৰটোৰ প্ৰতিবাদ কৰিব। ইতি—

(স্বাঃ) বৰুণকুমাৰ চট্টোপাধ্যায় (ৰায়চাহেব)

উলুবাৰী, গুৱাহাটী।

১৭৷৮৷৬৯



একেটা ইংৰাজী বিবৃতিৰে সাতটা নকল টাইপ কৰি এটাইকিটা নকল ৰায়চাহেবে চহী কৰি দিছে। পঢ়ি উঠি কাগজ কিখন জাপি জেপত ভৰাই অমৰ কলিতাই এটা ডাঙৰকৈ ভাগৰুৱা হামি মাৰিলে।

বহুত পৰ মনে মনে থকাৰ পাচত বিজয় শৰ্মাই কলে: মই যিখিনি কালি টাইপ কৰি দিছিলোঁ, তাততো এনে কোনো বিশেষ কথা নাছিল যে তাৰ কাৰণে ৰায়চাহেবে এইদৰে আত্মসমৰ্পণ কৰিব লগা হব পাৰে! তই ঘৰত গৈ আৰু কিবা নিশ্চয় লিখিলি?

অমৰে বিজয়লৈ নোচোৰাকৈ কলে: তোৰ ইয়াত টাইপ কৰা খিনিৰে পাতনিহে মেলিছিলোঁ। আচলখিনি পুৰা চাৰি বজালৈকে টাইপ কৰিছিলোঁ। তোকনো আজি আহিয়েই কি কৈছিলোঁ মই? পুৱালৈকে টাইপ কৰা বুলি কোৱা নাছিলোঁনে?

মালতী দেৱী ওচৰ চাপি আহিল: মোক সেইবোৰ কথা নালাগে। একমাত্ৰ কওক—ইমানবোৰ খবৰ আপুনি কেনেকৈ পালে?

: মানুহক সুধি সুধি।

: ৰায়চাহেব আৰু পৰিবাৰৰ ভিতৰুৱা সম্বন্ধটোৰ কথা আন মানুহে আপোনাক কেনেকৈ কব?

: ৰায়চাহেব বা ৰায়চাহেবৰ পৰিবাৰে তো কব পাৰে?

: ইস্। কিয় কব?

: কবই—যদি কোৱাব জানে।

: কওকচোন। মই আপোনাক যি লাগে তাকে দিম···মানে···

: বুজিছোঁ। মাইকী মানুহে মতা মানুহক যি লাগে তাকে দিম বুলি কব নাপায়।

মালতীয়ে লাজত তলমূৰ কৰে। কিন্তু মনৰ খুহুৰনিয়ে মালতীক শান্তি নিদিয়ে। আকৌ কয়: কওকচোন।

: কম বাৰু। আবেলি আহি কম। নহয়, দুপৰীয়াই কমহি। অসুবিধা হব নেকি?

: একো অসুবিধা নহয়। কিন্তু এতিয়াই নকয় কিয় ?

: এতিয়া ? এতিয়া কাগজৰ অফিচবোৰলৈ ৰায়চাহেবৰ বিবৃতিটো পঠিয়াই দিওঁ। নহলে মিছাকৈ চহৰত ঘটা নিচেই সৰু ঘটনাবোৰকে অনা-অসমীয়াৰ ওপৰত অসমীয়াৰ অত্যাচাৰ বুলি কাইলৈৰ কাগজত ছাপা হব। একেবাৰে সৰ্বভাৰতীয় সমস্যা হৈ পৰিব। তাৰ পাচত ক'ৰ্টত গৈ খবৰ কৰিব লাগে—মোকৰ্দমাটো উঠাই লোৱা হলনে নাই। তাৰ পাচত ঘূৰি আহিম।

দুপৰীয়া বুলি কৈ গলেও আবেলি দুই বজাত আহি অমৰ কলিতা বিজয় শৰ্মাৰ ঘৰ পালেহি। আহিয়েই কলে: দুপৰীয়া টোপনি ধৰিলে কাৰণে শুই থাকিলোঁ।

জেপৰপৰা কাগজ এসোপা উলিয়াই বিজয়ক দি কলে: পঢ়ি যা। তোৰ শ্ৰীমতীৰ মনৰ খুতুৱনি মাৰ যাওক।

অতি আগ্ৰহেৰে বিজয়ে হাত পাতি কাগজখিনি লৈ কলে: ৰায়চাহেবলৈ দিয়া চিঠিখনৰ বাকীখিনি নেকি ?

: ওঁ। অমৰে গম্ভীৰ সুৰত কলে।

আগ্ৰহেৰে মালতী দেৱী ওচৰ চাপি আহিল। বিজয়ে পঢ়ি গল।—

: ৰায়চাহেব, এইবাৰ আপোনাৰ ঘৰুৱা চাকৰ মতিৰ কথালৈ আহোঁ। মতি দেখাত শুৱনি, ডেকা। আপোনাৰ বয়স হৈছিল। স্বাভাৱিকতে আপোনাৰ গাভৰু ঘৈণীয়েকক আপুনি সন্দেহ কৰিছিল। কিন্তু সেই সন্দেহ লুকুৱাই ৰাখিছিল। মতিৰ মৃত্যুৰ দিনা আপুনি সান্ধ্য ভ্ৰমণলৈ গৈছিল—লগত পুতেক অবিনাশক লৈ। তেতিয়ালৈকে অবিনাশ বলিয়া নহয়। আপোনাৰ পৰিবাৰ আপুনি ওলাই যোৱাৰ আগতে ওচৰৰ মানুহ এঘৰত ফুৰিবলৈ গৈছিল। সেইদিনা আপুনি সান্ধ্যভ্ৰমণৰপৰা সচৰাচৰ অহাতকৈ আগতে উভতি আহিছিল। ভ্ৰমণৰ কাৰণে যাওঁতে আপুনি কাপোৰৰ জোতা পিন্ধি যায়। সেই কাৰণে আপুনি আৰু পুতেক অবিনাশো নিঃশব্দে আহি ঘৰ সোমাইছিলহি। সন্ধ্যা হোৱাৰ পাচতো ঘৰত লাইট নজ্বলাৰ কাৰণ কি জানিবলৈকে বোধকৰোঁ পৰিবাৰক বিচাৰি আপুনি শোৱা-কোঠালৈ গৈছিল। তাত আপুনি এক আচৰিত দৃশ্য দেখিছিল। আপোনাৰ পৰিবাৰ আপোনাৰে চাকৰ মতিৰ লগত ৰতিসম্ভোগত ব্যস্ত; আপোনাৰ স্ত্ৰীৰ সম্ভোগ-সুখত তৃপ্তি পোৱাৰ চিন মুখেৰে কৰা শব্দত প্ৰকাশ পাইছিল। খণ্ডত আপুনি চিঞৰি দিছিল: শ্যালা বেইমানহঁত। সেই চিঞৰ শুনি পুতেক অবিনাশো কোঠাটোৰ ভিতৰলৈ সোমাই অহা আপুনি মন কৰা নাছিল। আপুনি কোঠাৰ লাইটটো জ্বলাই দিছিল। আপোনাৰ পৰিবাৰৰ উলংগ দেহ বিছনাত এৰি মতি নামৰ চাকৰটোৱে থিয় হৈ কাপোৰ পিন্ধাৰ চেষ্টা কৰিছিল। লোহাৰ বাকচৰ ওপৰত থকা বন্দুকটোত আপুনি গুলী ভৰাওঁতে মতি আৰু পৰিবাৰলৈকে চাই আছিল। কিন্তু আপুনি মুখেৰে একো কোৱা নাছিল। আপুনি বন্দুক দাঙি লৈছিল। কৈছিল: দুইটাকে একেলগে—শ্যালা বেইমান। আপোনাৰ পৰিবাৰে নিজৰ চকু ঢাকি ধৰিছিল। মতি ভয়ত থৰ হৈ ৰৈ আছিল। আপুনি একে গুলীতে মতিৰ মূৰৰ খোলা উৰুৱাই দিছিল। বন্দুকটো আপুনি এনেকৈ পোনাই লৈছিল যাতে একেটা গুলীতে আপোনাৰ পৰিবাৰো শেষ হয়। কিন্তু কিবা কাৰণত গুলী গৈ তেখেতৰ গাত নালাগিল। মতি বিছনাতে বাগৰি পৰিল। আপুনি তেতিয়াহে সম্বিৎ ঘূৰাই পালে। মতিৰ কেঁচা তেজে আপোনাক পৰিণতিৰ কথা মনত পেলাই দিলে। গুলীৰ শব্দ শুনিয়েই আপোনাৰ পৰিবাৰ অজ্ঞান হৈছিল। আপুনি ততালিকে কৰ্তব্য ঠিক কৰিলে। আপোনাৰ পৰিবাৰক বিছনাৰপৰা নমাই মাটিত থলে। ভাল শাড়ী এখন কোনোমতে তেখেতৰ নাঙঠ গাত মেৰিয়াই দিলে। বিছনাৰ কাষতে বন্দুকটো পেলাই থলে। তাৰ পাচত হে আপুনি চুকত কঁপি কঁপি ৰৈ থকা অবিনাশক দেখা পালে।

স্বাভাৱিক সুৰত আপুনি তাক কলে : তই ইয়াত কি কৰিছ? তোৰ কোঠালৈ যা। অবিনাশ নোযোৱা দেখি তাক আপুনি ধৰি নি কাষৰে কোঠাটোত থকা তাৰ বিছনাত শুৱাই থৈ আহিলগৈ। তাৰ পাচত আপুনি পুলিচলৈ ফোন কৰিলে।

পুলিচ আহিল। তদন্ত কৰিলে। আপোনাৰ নিচিনা গণ্যমান্য ব্যক্তি এগৰাকীৰ জবানবন্দীকে সত্য বুলি মানি ললে। মতিৰ দেহা মৰণোত্তৰ পৰীক্ষাৰ কাৰণে নিয়াৰ ব্যৱস্থা কৰিলে। আৰু তেতিয়াও অজ্ঞান হৈ থকা আপোনাৰ পৰিবাৰক হাস্পিটাললৈ পঠাই দিলে।

পুলিচ যাব খোজাৰ সময়ত আপোনাৰ ঘৰত গোট খোৱা মানুহবোৰৰে কেইজনমানে অবিনাশক ধৰি আনি পুলিচৰ আগত হাজিৰ কৰি কলে : ই কি কয় শুনকচোন ইন্সপেক্টৰ বাবু। পুলিচে অবিনাশৰ চকুলৈ চালে। তাৰ মুখত তেতিয়াও ভয় খোৱাৰ চিন। সি কালৈকো নোচোৱাকৈ কৈ গল : মতি নিজে মৰা নাই। সি গুলী খাই মৰিছে। দেউতাই···

অবিনাশে কথা শেষ কৰিবলৈ নাপালে। আপুনি লৰালৰিকৈ আহি তাৰ হাতত ধৰি কলেহি : এই পাগলটো আকৌ ওলালহি। এই, তই ইয়াত কেলেই? বুজিছে, ই বলিয়া। ইয়াৰ লগত কথা পতাৰ লাভ নাই।

পুলিচ চাব-ইন্সপেক্টৰ আপোনাৰ কথা শুনি গুচি গল। কিন্তু অবিনাশৰ কথাই তেওঁৰ মনত সন্দেহ ওপজাইছিল। তেওঁ সেই কথা ওপৰৱালাক কলেগৈ। ওপৰৱালাই সাত দিনৰ পাচত চাব-ইন্সপেক্টৰ বনেন সেনক সেই বিষয়ে তদন্ত কৰিবলৈ পঠালে। কিন্তু ইতিমধ্যে আপুনি অবিনাশৰ ওপৰত এনেকুৱা অত্যাচাৰ কৰিছিল যে সি মুখেৰে মাতিব নোৱাৰা হৈ আছিল। সেনে উচিতভাৱেই আপোনাক মতিৰ মৃত্যুৰ কাৰণে সন্দেহ কৰি অবিনাশৰ পৰা কথা উলিয়াবলৈ তাক থানালৈ লৈ গৈছিল। থানাৰপৰা নিজৰ ঘৰলৈ নি কথা কব নোৱাৰা অবিনাশক কথাবোৰ লিখি দিবলৈ কাগজ-কলম



দি বনেন সেনে প্ৰশ্ন কৰি গৈছিল। সেই সময়তে আপুনি তাত ওলাইছিলগৈ। আপোনাৰ লোহাৰ বাকচৰপৰা আপুনি পূবা দহ হেজাৰ টকা লিখি লিখি লৈ গৈছিল। সেই টকা সেনক দি এই বিষয়টোৰ তদন্ত ৰিপোৰ্ট আত্মহত্যা বুলিয়েই দিবলৈ অনুৰোধ কৰি, অবিনাশক লৈ আপুনি গুচি আহিছিল। তাৰ পাচত অবিনাশৰ ওপৰত কৰা অত্যাচাৰ, তাক ডুবাৰকৈ পগলা ফাটেকলৈ পঠোৱা আদিৰ বৰ্ণনা আগতেই দি আহিছোঁ। নিজৰ সন্মান আৰু দেমাক ৰক্ষাৰ্থে নিজৰ সন্তানক এনেকৈ অত্যাচাৰ কৰা, এনেকৈ বিকল কৰি পাগল কৰা, এনেকৈ সৰ্বনাশ কৰাৰ উদাহৰণ অতি বৰ্বৰ জাতিৰ মানুহৰ মাজতো পোৱা নাযায়। আন বৰ্বৰ জাতিৰ মাজত পুত্ৰ-হত্যাৰ কাহিনী আছে; কিন্তু এনেকুৱা নিষ্ঠুৰতাৰ কাহিনী পোৱা নাযায়। সেই সময়ত ভাৰতত বৃটিছৰপৰা ভাৰতীয়ৰ হাতলৈ ক্ষমতা হস্তান্তৰৰ দিন। চৰ্কাৰৰ ওপৰ মহল সেই লৈয়েই ব্যস্ত। গতিকে তল-মহলতো তাৰ প্ৰতিক্ৰিয়া হৈছিল। কোনো চৰ্কাৰী কৰ্মচাৰীয়েই ভালকৈ কাম নকৰা হৈছিল। নহলে আপোনাৰ এই হত্যাকাহিনী কেতিয়াও লুকাই নাথাকিলহেঁতেন।

ইমানখিনি আপোনাক কোৱাৰ অৰ্থ হৈছে এই যে আপোনাৰ কুকাৰ্যৰ বিষয়ে ইমানখিনিলৈকে মই ইতিমধ্যে জানিছোঁ। এই সকলোবোৰ কথা আপুনি আনকি আপোনাৰ পুতেক জীয়েকৰপৰাও লুকুৱাই ৰাখিছে। কিন্তু এই সকলোবোৰ কথা মই কাছাৰীত উলিয়াবলৈ বাধ্য হম—যদি আপুনি মালতী দেৱীৰ ওপৰত কৰা মোকৰ্দমা তুলি নলয়। মই প্ৰমাণ কৰিম যে আপোনাৰ নিচিনা অসৎ মানুহ এজনে মালতী দেৱীৰ ওপৰত মিছা অভিযোগ অনা একো আচৰিত নহয়। আৰু, তাৰ পাচত চেষ্টা কৰি চাম—এইবোৰ পুৰণি অপৰাধত আপোনাৰ বিচাৰ কৰিব পাৰি নে নোৱাৰি।

কিন্তু, মই আগতেই কৈছোঁ যে মই মোৰ বন্ধুৰ ওচৰত প্ৰতিজ্ঞা-বদ্ধ। গতিকে আপুনি মালতী দেৱীৰ ওপৰত কৰা মোকৰ্দমা তুলি

ললে এইবোৰ কথা কেৱল ময়েহে জানিম। আনক আৰু নকওঁ। এইবোৰ প্ৰমাণৰ ওপৰত ভিত্তি কৰি আপোনাৰ স্বৰূপ উদ্‌ঘাটন কৰাৰপৰা মোক বিৰত কৰিবলৈ আপুনি তিনিটা সৰ্ত পূৰাব লাগিব। সেইকিটা হৈছে ঃ

১। আজি কাছাৰী বহাৰ আগতে আপুনি মালতী দেৱীৰ ওপৰত কৰা মোকৰ্দমা তুমি লব লাগিব। তুলি লবলৈ সিদ্ধান্ত লোৱা বুলি আপুনি মোক পুৱা চাৰে ন বজাৰ ভিতৰত জনাব লাগিব। মই চাৰে আঠ বজাৰপৰা চেনিকুঠি ৰাস্তাৰ পশ্চিমৰপৰা সোমাই পোৱা তিনি নম্বৰ সোঁ ফালৰ ঘৰটোত ("সাম্য কুটীৰ" নামৰ ঘৰটোত) আপোনাৰ কাৰণে অপেক্ষা কৰি থাকিম। কাৰণ, আপুনি মোৰ ঘৰলৈ গলে মোৰ দেউতাই দেখিব আৰু মোৰ দেউতাৰ আগত আপোনাক মই ধৰা পেলাব নোখোজোঁ। এই চিঠি পোৱাৰ মাত্ৰ চাৰে তিনি ঘণ্টাৰ ভিতৰতে আপুনি মোক উত্তৰ দিব লাগিব; মই দুঃখিত যে ইয়াতকৈ বেছি সময় মই দিব নোৱাৰিলোঁ; কাৰণ আজিয়েই মোকৰ্দমাৰ দিন আছে আৰু আজি আকৌ দিন লোৱা সম্ভৱ নহব।

২। কেচ্ উঠাই লোৱাৰ লগে লগে—পাৰিলে চাৰে ন বজাৰ ভিতৰতে—মোক মোকৰ্দমা উঠাই লোৱাৰ খবৰটো দিবলৈ আহোঁতেই—মালতী দেৱীৰ সকলো আ-অলংকাৰ আপুনি ঘূৰাই দিব লাগিব। মোৰ হাতত দিলেও হব।

৩। নিজৰ পগলা পুতেকলৈ বিয়া কৰাই মালতী দেৱীৰ আপুনি জীৱন নষ্ট কৰিলে। তাৰ প্ৰায়শ্চিত্ত হিচাপে আপোনাৰ ধন আৰু স্থাৱৰ সম্পত্তিৰ কিছু অংশ হলেও মালতী দেৱীক দিব লাগিবই। মালতী দেৱীৰ সেয়া প্ৰাপ্য। আপুনি চাৰে ন বজাৰ ভিতৰত আজি আহোঁতে লিখিত উইল হিচাপে লৈ আহিব পাৰে বা কাছাৰীতো মোৰ হাতত দিব পাৰে। কিন্তু মোকৰ্দমা উঠাই লোৱাৰ লগে লগে বা আগতেই এই সৰ্তও পূৰণ কৰিব লাগিব।



ব্যক্তিগতভাৱে আপোনাৰ ওপৰত মোৰ কোনো আক্ৰোশ নাই। মই আপোনাক সুখত থকাটোকে বিচাৰোঁ। আপুনি আগতে মোৰ প্ৰস্তাৱত সন্মত হোৱা হলে ইমানবোৰ খবৰ মই খুচৰি মুলিয়ালোঁ-হেতেন। গুৱাহাটীৰ আন বহুত মানুহৰ দৰেই আপুনি মোৰ কাৰণেও পুৰণি যুগৰ স্মৃতি আৰু অভিজ্ঞতাৰে ভৰা "ইলোৰা" হৈ থাকিলহেঁতেন। এতিয়াও আপুনি মোৰ কাৰণে অজন্তা বা ইলোৰাৰ দৰে; কিন্তু মই নেদেখা অজন্তা-ইলোৰা নহয়; আপুনি মোৰ কাৰণে এতিয়া মই দেখা ইলোৰা, একেবাৰে ভিতৰলৈকে দেখা ইলোৰা, কবিৰ ভাষাত 'ঈঙ্গিত ইলোৰা'। সেই ইলোৰা দেখি মই ভয় খাইছোঁ—অতি ভয়ানক ইলোৰা। অজন্তা-ইলোৰাত এটা সভ্যতাক ধ্বংস কৰাৰ নিষ্ঠুৰ ইতিহাস থকাৰ দৰে যে আপোনাৰ জীৱন ইলোৰাতো ইমানবোৰ নিষ্ঠুৰতাৰ সাক্ষী প্ৰমাণ থাকিব মই ভৰা নাছিলোঁ। মোৰ উপমা আৰু কাব্যিকতাক যেন সস্তীয়া পৰিহাস বুলি নাভাবে।

এতিয়া আপোনাৰ উত্তৰৰ কাৰণে মই চাৰে ন বজালৈকে চেনিকুঠিৰ নিৰ্দিষ্ট ঘৰত অপেক্ষা কৰিম। তাৰ ভিতৰত আপোনাৰ উত্তৰ নাপালে মোৰ পথেদি মই আগুৱাই যাম। তেতিয়া যেন আপুনি মোক নিষ্ঠুৰ বুলি নাভাবে।

আপোনাৰ

(স্বাঃ) অমৰ কলিতা (উকীল)

১৯ আগস্ট। ৬৯

পঢ়া শেষ হোৱাৰ পাচত বিজয়ে দীঘলকৈ এটা হুমুনিয়া এৰি কাগজবোৰকে চাই থাকিল। মালতীয়ে একেথৰে বহুতপৰ অমৰ কলিতাৰ চকুলৈ চাই আছিল। অমৰৰ চকুৱে চকুৱে পৰিলত মালতীয়ে সুধিলে ঃ আপুনি ইমানবোৰ খবৰ কেতিয়া যোগাৰ কৰিলে? আপুনিতো আমাক কেতিয়াও কোৱা নাছিল। মই ভাবিছিলোঁ, আপুনি মোকৰ্দমাটোৰ বিষয়ে একো নাভাবি হাঁহি-

ধেমালি কৰি ঘূৰি ফুৰা বুলি। চহৰী মানুহৰ লৰাই সাধাৰণতে দুখীয়াৰ কাৰণে আন্তৰিকতাৰে কিবা কৰে বুলি মোৰ বিশ্বাস নাছিল।

ঃ মালতী দেৱী, আপোনালোকে যি ভাবিছিল, তাতকৈ বহুত বেছি মই আদায় কৰি দিছোঁ। এতিয়া আৰু কৰ'পৰা মই খবৰবোৰ যোগাৰ কৰিলোঁ—সেইবোৰ জানিবলৈ বিচাৰিছে কিয়? তাতকৈ ভালকৈ এটা খোৱাৰ আয়োজন কৰক।

ঃ খোৱাৰ আয়োজন নিশ্চয় কৰিম। কিন্তু ইমান জানিবৰ মন গৈছে। কবনে বাৰু?

ডিব্ৰুগড়ত ভাগ্য-পৰীক্ষা কৰা সন্ন্যাসীক যে কেইজনমান বন্ধুৰ সহায়ত অমৰ কলিতাই উলিয়াইছিল, সেই সন্ন্যাসীৰ আগতে যে মালিনী দেৱী ওৰফে ৰায়চাহেবৰ পত্নীয়ে পাপ লাঘৱ কৰিবৰ কাৰণে মতি নামৰ চাকৰটোৰ মৃত্যুলৈকে সকলো ঘটনা ব্যক্ত কৰিছিল; অবিনাশৰ লগত চাহৰ দোকানত বন্ধুত্ব কৰি, দুদিন নিজৰ ঘৰত ৰাখি, সি যে বহুত কথা উলিয়াই লৈছিল, ৰনেন সেন নামৰ পুলিচ ইন্সপেক্টৰজনৰপৰাও যে মতিৰ হত্যাৰ বিষয়ে বহুত কথা শুনিছিল আদি সকলো কথা অমৰ কলিতাই বিজয় আৰু মালতীক বিৱৰি কলে। ৰায়চাহেবৰ চৰিত্ৰৰ বিষয়ে কোৱা মানুহবোৰক লগ পোৱাৰ কথাও কলে। অমৰে প্ৰথম অবিনাশকে লগ ধৰিছিল। তিনি দিনমান চাহৰ দোকানত লগ পোৱাৰ পাচত তাক নিজৰ ঘৰলৈ লৈ আহিছিল। অবিনাশ এতিয়া সঁচাকৈয়ে বলিয়া। যিহকে তিহকে কয়। বাপেক-মাক দুয়োটাকে নৰহত্যাকাৰী বুলি কয়। দুইটাই মৰা বুলি কয়। তাৰ সেইবোৰ বলিয়ালিৰ মাজতো সি কয় যে মালতী দেৱী পবিত্ৰ ছোৱালী; মালতী দেৱীৰ জীৱন সি নষ্ট কৰা নাই। সেইবোৰ বলিয়ালিৰ মাজৰপৰা আচল কথাটো বিচাৰি উলিয়াওঁতে কষ্ট কৰিব লগা হৈছিল। সকলো কথা চালি-জাৰি তাৰপৰা সত্যটো বিচাৰি উলিয়াওঁতে অমৰ কলিতাৰ কম কষ্ট হোৱা নাছিল।

তাৰ পাচতে অমৰ কলিতাই শুনিবলৈ পালে ডিব্ৰুগড়ত থকা ৰায়চাহেবৰ বৰ পুতেকৰ লগত ৰায়চাহেবৰ পৰিবাৰ যোৱা বুলি। অমৰে গুৱাহাটীৰে চাৰিজনমান বন্ধু লৈ পৰিকল্পনাটো কৰিলে। ডিব্ৰুগড়ৰ উপায়ুক্ত অমৰৰ বৰদেউতাকৰ পুতেক ককায়েক। তেওঁকো গৈ কথাটো কৈ ললে। তাৰ পাচত একে ৰাতিৰ ভিতৰতে শ্মশানত ঘৰ হল আৰু ডিব্ৰুগড় চহৰত সাধুবাবাৰ কথা ফুটিফাটি গল। মালিনী দেৱীৰ কাণত কথাটো পেলাবলৈ অমৰে নিজা মানুহ পঠাইছিল। নিশা অমৰহঁত উপায়ুক্তৰ ঘৰত থাকেহি আৰু পুৱাৰ আগে আগে ভেশচন কৰি শ্মশানলৈ যায়। আচল সাধু হৈছিল অমৰৰ পঞ্জাবী বন্ধু এটা। অমৰ শিষ্য হে হৈছিল। পঞ্জাবী বন্ধুটোৱে ভাল অসমীয়া জানে। তথাপি অমৰে নিজে মালিনী দেৱী ওৰফে ৰায়চাহেবৰ পৰিবাৰৰ নিজ জীৱনৰ কাহিনী শুনি আছিল। প্ৰথম ঘৈণীয়েকৰ সন্তান এটা মৰাৰ খবৰো মালিনী দেৱীয়েই কোৱা। সেই বিষয়ে অমৰে কোনো অনুসন্ধান কৰা নাই।

তাৰ পাচত আহি অমৰে ৰনেন সেনক লগ ধৰিছিল। গুৱাহাটীতো বহুতেই অমৰক ৰায়চাহেবৰ বহুত কথা কৈছিল; কিন্তু সকলোবোৰ উৰা-বাতৰিৰ নিচিনা কথা। গতিকে অমৰে চিঠিখন লিখিছিল প্ৰধানকৈ অবিনাশ আৰু ৰায়চাহেবৰ পত্নী মালিনী দেৱীয়ে কোৱা কথাৰ ওপৰত ভেটি কৰি। স্বাভাৱিক কথা যে কিছু কল্পনাৰে অমৰে কিছুমান কথা মিলাব লগা হৈছিল।

বিজয় আৰু মালতীয়ে কথা শুনি হুমুনিয়াহ পেলালে। অমৰ মনে মনে থাকিল।

কেৱল মনে মনে নাথাকিল গুৱাহাটীৰ জনসাধাৰণ। কলিকতীয়া কাগজৰ অপপ্ৰচাৰৰ প্ৰতিবাদত লৰালৰিকৈ কেবাখনো সভা বহিল। কলিকতাৰ বাতৰি-কাকতক তীব্ৰ গৰিহণা দিয়া হল। পিচদিনাও একে খবৰেই আহিলে কলিকতীয়া বাতৰি-কাকত পুৰি পেলাবলৈ ঠিক কৰিলে ছাত্ৰসকলে।

দহ।

পুৱা প্ৰায় আঠ বাজে। চেনিকুঠি অঞ্চলত অফিচলৈ যোৱা প্ৰায়বোৰ মানুহৰ ঘৰতে বজাৰ-সমাৰ কৰা প্ৰায় শেষ হল। কিন্তু তেতিয়াও বিজয় শৰ্মা আৰু মালতী বিছনাত পৰি আছিল। এটাৰো টোপনি নাছিল; কেৱল বিছনাত দীঘল দি আছিল। দুয়ো দুখন বিছনাত। বৈবাহিক জীৱনত প্ৰথম বাৰৰ কাৰণে দুয়ো দুখন বিছনাত শুলে। মালতী নিজৰ বিছনাতে থাকিল। বিজয়ে হে বেলেগে বিছনা কৰি ললে।

অমৰ কলিতা যোৱাৰ পাচত আগদিনা বিজয় আৰু মালতীৰ কাৰণে সময়খিনি বৰ মধুৰ আছিল। মালতীয়ে বাৰে বাৰে নিজৰ অলংকাৰ সোপাকে লিৰিকি বিদাৰি চাইছিল, পিন্ধিছিল। ৰায়চাহেবে দিয়া দহ হেজাৰ টকাৰ চেকখন বাৰে বাৰে ঘূৰাই-পকাই চাইছিল। ভাবিছিল, পিচদিনা পুৱা দহমান বজাতে গৈ বেঙ্কত জমা দিব। দ-হ—হে-জা-ৰ টকা! সিহঁতৰ ভাবিবলৈও টান লাগিছিল। বিয়াৰ পাচৰপৰা সিহঁতৰ টানিটুনি চলি আছিল। এখন ঘৰ নতুনকৈ লওঁতে বহুত বস্তু কিনি লব লাগে। ইপিনে সিহঁত দুয়োটাৰে ঘৰ দুখন এনেকুৱা যে ঘৰৰপৰা এপইচা অনাৰ কথাও ভাবিব নোৱাৰে। নিজৰ হাততো নায়েই। মালতী এখন প্ৰাইভেট কলেজত লেক্‌চাৰাৰ; সোমোৱা তিনি মাহমান হে



হৈছে। দৰ্মহা নিচেই কম; তাকো কোন তাৰিখে দিয়ে ঠিক নাই। কলেজখনক চৰ্কাৰী সাহায্য দিলে অৱশ্যে ভাল হব। বিজয় শৰ্মাৰ দৰ্মহা বৰ কম; এটা মানুহক কোনোমতে চলিবলৈ আঁটে হে। আৰু, দুয়োটাৰ মাজত এনেকুৱা এখন বিয়া হল যে বন্ধু-বান্ধৱীৰো বহুতকে মুখ দেখুৱাই ধাৰ বিচাৰিব নোৱাৰা হল। অগত্যা সিহঁতে কষ্টে-মষ্টে চলিবলৈকে ঠিক কৰিছিল। তেনেকুৱা অৱস্থাত হঠাতে এইদৰে দহ হেজাৰ টকা পোৱাটো কল্পনা কৰিব নোৱাৰা কথা। আৰু অলংকাৰখিনি! মালতীয়ে কেবাবাৰো অলংকাৰখিনিক চুমা খালে। আছে, এটা বেদনা আছে মালতীৰ। এই অলংকাৰ-খিনিয়ে তাইক বহুত দুৰ্যোগৰ কথা, অবিনাশৰ কথা সোঁৱৰাই দিয়ে। কিন্তু বিজয়ক বিয়া কৰোৱাৰ পাচৰপৰা সেই স্মৃতি ক্ষীণ হৈ আহিছে, সহ্য হৈ আহিছে। আজিকালি আৰু আগৰ সমান বেয়া নালাগে। সেইবোৰ দিন তাই দুঃস্বপ্নৰ দৰে পাহৰি যাব পৰা হৈছে। বিজয়ৰ কিন্তু বেয়া লাগে; তাৰ মনত পৰি যায় যে মালতী আন এজনৰ বিবাহিতা আছিল; তাক বলিয়া বুলি জনাৰ আগলৈকে সকলো তাকে অৰ্পণ কৰিছিল। সি ধনী আছিল; আজিও সেই বিয়াত পোৱা অলংকাৰখিনি মালতীয়ে ঘূৰাই পঠাব নোৱাৰিলে; বৰঞ্চ আক্ৰোহেৰে সাৰটি ললে। হয়তো মালতীৰ মনত খেলাইছে যে অবিনাশ বলিয়া নোহোৱা হলে তাই চাগৈ কিমান সুখত থাকিলহেঁতেন! হয়তো তাই ভাবিছে যে বিজয়ৰ লগত থকাদি তেতিয়া তাই হিচাপ কৰি বজাৰ কৰিব নালাগিলহেঁতেন। অলংকাৰখিনি নলবলৈ বিজয়ে কব নোৱাৰে। কেনেকৈ কব? কিন্তু বিজয়ক ভাল লগাবৰ কাৰণে হলেও অলংকাৰখিনি অনাদৰ কৰি বিক্ৰী কৰাৰ প্ৰস্তাৱ মালতীয়ে দিয়া হলে সি ভাল পালেহেঁতেন। মালতীৰ নিচিনা শিক্ষিতা ছোৱালীৰ সেইকণ আনৰ বিষয়ে ভবাৰ শক্তি থকাটো সি আশা কৰিছিল। অৱশ্যে সঁচা কথা যে ৰায়চাহেবে দিয়া মাটি, দহ হেজাৰ টকা বা অলংকাৰখিনি—এটাইবোৰৰে অভাৱ আছে তাৰ।

সেইবোৰ সি গ্ৰহণ নকৰিবলৈ মালতীক পৰামৰ্শ কেতিয়াও নিদিয়ে। সিমান মূৰ্খ সি নহয়। কিন্তু সেইবোৰ গ্ৰহণ কৰাৰ বিভিন্ন দৃষ্টিকোণ আছে। মোৰ প্ৰাপ্য মই লমেই বুলি সেইবোৰ দাবী কৰি লোৱাৰ যুক্তি থাকিব পাৰে; কিন্তু পোৱাৰ কাৰণে উকলীকৃত হোৱাটো নুশুৱায়। প্ৰাপ্য বস্তু লোৱাত উকলীকৃত হবলৈ কিটো আছে? এইবোৰ মনৰ ভাব কিন্তু মালতী আৰু বিজয়ে লুকাই ৰাখিলে আৰু হঠাৎ পোৱা এই সৌভাগ্যক মানসিক দ্বন্দ্বেৰে ভাৱাক্ৰান্ত কৰাৰ কোনো উপক্ৰম নকৰিলে। হাঁহি হাঁহি বিজয়ে কলে—

ঃ মোৰে ভাগ্য ভাল। ধুনীয়া ঘৈণী, ঘৈণীৰ সন্মানৰ চাকৰি, দামী সোণৰ অলংকাৰ, ঘৰ সাজিবলৈ মাটি আৰু টকা—সকলোবোৰ একেলগে পালোঁ। পোৱা বস্তুৰ হিচাপ দিওঁতে বিজয়ে আঙুলিৰ পাৱত এপদ এপদকৈ লেখি লাহে লাহে কৈছিল।

সোণৰ দামী গলপতাডাল লিৰিকি-বিদাৰি মালতীয়ে কলেঃ আৰু মোৰ? সকলোবোৰৰ লগতে যে মই বিজয়কো পালোঁ।

ঃ বিজয়ক পোৱাটো তোমাৰ কাৰণে একো ডাঙৰ কথা নহয়। বিজয়ৰ নিচিনা সাধাৰণ দুখীয়া লৰা এটাক তোমাৰ নিচিনা ধুনীয়া গাভৰুৱে অতি সহজে পাব পাৰে। —বিজয়ে নম্ৰতা প্ৰকাশ কৰি কলে।

ঃ কিন্তু বিজয়ৰ লগত অহা এই ভাগ্যখনতো সিমান সহজলভ্য নহয়!

ঃ ভাগ্য সেইখনতো মোৰ নহয়। আনকি তোমাৰো ভাগ্য বুলিব নোৱাৰি। এইখিনি তুমি উপাৰ্জন কৰা ধন। তাৰ বিনিময়ত জীৱনৰ অতি সুন্দৰে সময় এছোৱা তুমি কান্দি কান্দি কটালা। বৰঞ্চ তোমাক দিয়া দুখ আৰু লাঞ্ছনাৰ তুলনাত ৰায়চাহেবে অতি সামান্য ক্ষতিপূৰণ হে তোমাক দিছে।

ঃ কিয় কোৱা সেইদৰে বিজু? আমি দেখোন অলপতে সন্তুষ্ট হব পাৰোঁ। আমাৰ আকৌ আহিব নহয়।



ঃ পুৰণি শহুৰেৰক বেয়া বোলাৰ কাৰণে বেয়া পালা হবলা? —বিজয়ে ৰগৰ কৰি ঘৈণীয়েকলৈ চাই কলে।

অলপ ওফোন্দ পতাৰ দৰে তললৈ চাই মালতীয়ে কলেঃ বেয়া পাবলৈ মোৰ কিটো আছে? তেওঁ মোৰ একো নহয়। বৰঞ্চ মোক ফাকি দি বলিয়া পুতেকলৈ বিয়া কৰাই অনাৰ কাৰণে ভগৱানৰ আগত ৰায়চাহেব সদায় জগৰীয়া হৈ থাকিব। কিন্তু মোকৰ্দমাৰপৰা সাৰিবলৈ যাওঁতে আমি কেনেকৈ চহকী হৈ গলোঁ দেখিলানে? অমৰ কলিতাই কিন্তু আমাৰ কাৰণে যথেষ্ট কৰিলে দেই। আচ্ছা, তেখেতক নিশ্চয় কিবা অলপ ফজি বুলি দিব লাগিব—নহয় জানো?

ঃ অমৰে ক'ত ফিজ লব মোৰপৰা!

ঃ কিবা এটা বুদ্ধি কৰি দিব লাগিব। সন্ন্যাসী হওঁতে সেই কুকুৰটোক বাৰু একেদিনাই কেনেকৈ মানুহৰ লাওখোলাটো অনা-নিয়া কৰিবলৈ শিকাইছিল?

ঃ সেইবোৰ বিলাতী কুকুৰে অতি সহজে শিকনি লয়।

ঃ আৰু, ইমানবোৰ যে শুনা কথাকে সচাঁ বুলি, সাক্ষী থকা বুলি ৰায়চাহেবলৈ লিখিলে—কি সাহসত লিখিলে বাৰু?

ঃ এৰা, সেইটোহে সি ডাঙৰ risk লৈছিল। বুদ্ধিটো কামত নলগা হলে সি নিজে অসুবিধাত পৰিলহেঁতেন।

ঃ মানুহটোৱে আমাৰ কাৰণে একো কৰা নাই বুলি আমি আগেয়ে মিছাকৈ ভাবি আছিলোঁ।

ঃ মই তো ভবা নাই। তুমি হে। মোৰ বন্ধুক মই জানো। গতিকে সন্দেহ কৰা নাছিলোঁ।

ঃ তুমিও সন্দেহ কৰিছিলা। কেলেই সেইদিনা কোৱা নাছিলা নতুন উকীল এজন লব লাগিব বুলি?

ঃ কৈছিলোঁ যদিও বাধ্য হৈ তোমাৰ কাৰণেই কৈছিলোঁ। বন্ধু এটাক কেচ্ দি কোনোমতে দায়িত্ব এৰি বহি আছোঁ বুলি তুমি সন্দেহ কৰা বুলিয়েই কৈছিলোঁ।

তাৰ পাচত দুয়োটাই আঠ হেজাৰমান টকাৰ ভিতৰতে কেনেকৈ প্ৰথমে দুটা কোঠাৰ সৰু ঘৰ এটা সাজিব, কেনেকৈ পিচত এইটোকে ৰান্ধনি ঘৰ কৰি নতুনকৈ ডাঙৰ ঘৰ এটা সাজিব, কেনেকৈ ভাড়া-ঘৰ সাজিবলৈও মাটি থাকিব, আদি কথা আলোচনা কৰিলে। বিছনাত পৰি দুইটাই আলোচনা কৰি থাকোঁতে, আলোচনাৰ পাচত বহুত পৰ একো কথা নপতাকৈ নিজ নিজ চিন্তাত ব্যস্ত থাকোঁতে, তাৰ পাচত হঠাৎ সাৰ পোৱাৰ দৰে ইটোৱে সিটোক চুমা খাই সাৱটি ধৰোঁতে, সাৱটি ধৰি মৰম কৰোঁতে, কেতিয়া সময়বোৰ পাৰ হৈ গল দুয়োটাই কব নোৱাৰিলে। নিশা দহ বজাত সিহঁত লৰালৰিকৈ ভাত ৰান্ধো বুলি দুয়োটা লাগোঁতেগৈ সিহঁতৰ নিজৰে হাঁহি উঠিছিল। একো বজাৰ কৰিবলৈও নহল। ৰন্ধাটো লৰালৰি হবৰ কাৰণে মালতীৰ বুদ্ধি মতে খিচিৰিকে বান্ধি পেলালে। তথাপি খাই-বৈ উঠি পুনৰ বিছনাত উঠোঁতে নিশা প্ৰায় বাৰ বাজিল। দুইটাৰে টোপনি নহা হল। শোৱা-কোঠাৰ বিছনাত শুই শুই দুইটাই কথা পাতি থাকিবলৈ ধৰিলে। কত কথা, কত ভৱিষ্যতৰ সপোনে সিহঁতক ব্যস্ত কৰি ৰাখিবলৈ ধৰিলে। এবাৰ বহুত পৰ দুয়োটা মনে মনে থকাৰ পাচত মালতীৰ চুলিত মুখ লগাই বিজয়ে কলে: আজি হে মোৰ মনটো সঁচাকৈ ভাল লাগিছে।

: মোৰো। মালতীয়ে আৱেগেৰে কলে।

: মোৰ কিন্তু মন ভাল লগাৰ আন এটা কাৰণো আছে—যিটো তুমি নাজানা।

: কি বাৰু?

মালতীক সাৱটি ধৰি বিজয়ে কলে: মনত ইমান খুদুৱনি হব নাপায়। মোৰ কাৰণটো মোৰ পেটতে থাওক। তুমিতো মোৰ কাৰণটো নজনাকৈও আনন্দ পাইছা।

: তথাপি কোৱাচোন।—মালতীয়ে সৰু ছোৱালীৰ দৰে থুনথুনাই কলে।



: সেয়া। মই কলেই হয়তো তুমি মোৰ কথাৰ কিবা এটা নতুন অৰ্থ উলিয়াই মোৰ সৈতে কাজিয়া কৰিবা।

: আজি আৰু কাজিয়া নকৰোঁ সোণ। কাজিয়া কৰিবলগীয়া কথা জানো কিবা থাকিব পাৰে?

: মোৰ হিচাপত নাই। কিন্তু তুমি বা কি ভাবা আকৌ!

: একো নাভাবোঁ বাৰু। মোৰ বৰ শুনিবৰ মন গৈছে। কোৱাচোন।

: নকলে নহব?

: নহব।

: কথাটো বিশেষ একো নহয়। অতি সাধাৰণ কথা। মানে, আজি যে অমৰে অবিনাশৰপৰা শুনা বুলি কলে যে অবিনাশে তোমাৰ দেহাটো ভালকৈ ছুই চোৱাই নাই—সেই কথাটো সি কৈ ভাল কৰিলে বুলি কৈছোঁ।

: কিয়?

: কিয় আৰু? সেইটো কোৱাৰ পাচত মই নিশ্চিন্ত হলোঁ যে তুমি মোৰ সোণজনী একেবাৰে অনাঘ্ৰাত কুসুম। নহলে তাৰ আগলৈকে মোৰ সন্দেহ আছিল। অৱশ্যে তুমিও এদিন কৈছিলা যে অবিনাশৰ লগত তোমাৰ দেহৰ সম্পৰ্ক নাছিল একেবাৰে।

বহুত পৰ মনে মনে থাকিল মালতী। তাৰ পাচত পৰিস্কাৰ মাতেৰে গহীনাই সুধিলে: তাৰ মানে আজি মিস্টাৰ কলিতাই কোৱাৰ আগলৈকে তুমি মোক সন্দেহকে কৰি আছিলা?

: সেয়া; তুমি আকৌ নিলা এফালে পোনাই। সন্দেহ তোমাক কিয় কৰিম? অবিনাশে বিয়া কৰোৱা বুলি জনাৰ পাচতো তোমাক মই বিয়া কৰাইছোঁ। বিয়াৰ আগতেতো মই সুধি লোৱা নাছিলোঁ— তুমি অবিনাশৰ লগত একেখন বিছনাত শুইছিলানে নাই বুলি। তেনে অৱস্থাত সন্দেহ কৰাৰ কি কথা থাকিব পাৰে?

: ইমান সন্দেহ লৈ তুমি মোক কিয় বিয়া কৰাইছিলা?

ঃ তুমি একেটা কথাকে ধৰি আছা কেলেই? তোমাক মই বুজাই কৈছোঁ নহয়।

ঃ বুজাই আৰু তুমি মোক কিটো কৈছা? ইমানকে কৈছা যে অবিনাশৰ শয্যাশায়িনী আছিলোঁ বুলি জানিয়েই তুমি মোক বিয়া কৰাইছিলা। অৰ্থাৎ মই যে'কেতিয়াও অবিনাশক দেহা দিয়া নাই বুলি কৈছিলোঁ, সেই কথা তুমি বিশ্বাস কৰা নাছিলা।

ঃ বাদ দিয়া সেইবোৰ কথা। তৰ্ক কৰিলে কথা বাঢ়িহে যাব।

ঃ যাওক বাঢ়ি। তথাপি বাদ দিব নোৱাৰি। তিৰোতাৰ কাৰণে নিজৰ নিঃসন্দেহ চৰিত্ৰ এটা কি বস্তু, তাক তুমিতো বুজি নোপোৱা। সকলো ছোৱালীতো তোমাৰ বীণা আদিৰ নিচিনা নহয়। সেই কথা পাহৰি যোৱা কেলেই?

ঃ তুমি তাৰ মানে আজিও এখন কাজিয়া কৰিবাই?

ঃ কিয়? আজিনো কি এনে পবিত্ৰ দিন যে সঁচা কথাত কাজিয়া কৰিব নাপায়? অ', মোৰ সম্পত্তিখিনি অহা দেখি আজি ভাল পাইছা কাৰণে?

তৰ্ক ইমানতে শেষ নহল। বৰঞ্চ ক্ৰমাৎ কথাৰ গতিয়ে বেয়াৰ ফালে ঢাল ললে। দুয়ো দুয়োকো বহুত তিতা কথা কৈ পেলালে। শেষত এনেকুৱা এটা অৱস্থা পালেগৈ যে বিজয়ে যদি মাৰ শোধাই মালতীৰ মুখ বন্ধ কৰিব নোখোজে, তেন্তে সি বেলেগে আন ঠাইত শুব লাগিব। আগফালৰ কোঠাটোত নিশা প্ৰায় ২।০ বজাত সামান্য বিছনা এখন কৰি বিজয় গৈ শুই থাকিলগৈ। বিজয় যোৱাৰ পাচতো কিছুপৰ বকি বকি এবাৰ মালতীৰ মুখো বন্ধ হব বুলি বিজয়ে আশা কৰি আছিল। কিন্তু মালতী মুখ বন্ধ কৰা ছোৱালী নহয়। খেদা মাৰি আহি বিজয়ক তাৰ বেলেগ বিছনাৰ ওচৰতে কলেহি: কেলেহুৱা মানুহ, কেতিয়াও নেদেখা ইমানবোৰ ধন-সম্পত্তি দেখি মোলৈ মৰম লাগি গৈছিল নহয়?



বিজয়ে মুখেৰে নামাতিলে।

ঃ মোক সন্দেহ কৰে! নিজৰ বীণাৰ দৰে হেজাৰজনীৰ লগত প্ৰেম আছে কাৰণে মোকো তেনেকুৱা বুলি ভাবে!

বীণাৰ লগত প্ৰেম থকা বুলিলে বিজয়ে একেবাৰে সহ্য কৰিব নোৱাৰে। সেইজনী ছোৱালী তাৰ একেবাৰে ভনীৰ নিচিনা। এইটো কথা নকবলৈ কি বাৰে বাৰে আগতেও মালতীক অনুৰোধ কৰিছিল। খঙেৰে সি কলে ঃ কথা বেয়া হবগৈ কিন্তু।

ঃ কি বেয়া হব? কাক ভয় দেখুৱাইছা তুমি? কি কেৰেণীৰ সাহটো দেখুৱাইছাহি তুমি?

বিজয় উঠি আহিল। মালতীৰ আগত থিয় হৈ কলে ঃ চুপ।

তাৰ উত্তৰত কিবা এটা কবলৈ মালতীয়ে মুখ মেলাৰ লগে লগে বিজয়ে পূৰ্ণহতীয়া চৰ এটা শোধাই দি মালতীক চুলিত ধৰি জোকাৰি পেলালে। তাৰ পাচত ঠেলা মাৰি মাটিত পেলাই দিলে। জীৱনত প্ৰথম বাৰৰ বাবে গিৰিয়েক বিজয়ৰ মাৰ খাই মালতী কিছুপৰ থৰ লাগি মাটিতে পৰি থাকিল। তাৰ পাচত মাটিতে শুই শুই হুকহুককৈ কান্দিবলৈ ধৰিলে। বিজয়ৰ তেতিয়াও খং মাৰ যোৱা নাছিল। সি মালতীক দাঙি নি বিছনাত পেলাই দিলেগৈ আৰু নিজে আহি দুৱাৰত হুক্ মাৰি শুই থাকিলহি। বহুত পৰলৈ সি মালতীৰ উচুপনি শুনি আছিল। তেতিয়া পুৱতী নিশা প্ৰায় তিনি বাজিছিল।

এতিয়া বাতিপুৱা দুয়োটা বিছনাত সাৰ পায়েই শুই আছে। বিজয়ে বিছনাত পৰি পৰি ভাবিছে, সি আজি আৰু অফিচলৈ নাযায়। অফিচ কিয়, পৃথিৱীত আৰু একোকে কৰাৰ তাৰ ইচ্ছা নাই। সকলোৰে উপদেশ আওকাণ কৰি এই মানুহজনীক বিয়া কৰাই নিজৰ ভৱিষ্যৎ নষ্ট কৰাৰ কাৰণে তাৰ নিজলৈকে দুখ লাগিল। সি ভাবিলে, গুৱাহাটী এৰি সি গুচি যাব। মালতীয়েই থাকক ইয়াত নতুন নতুন পৈয়েক গোটাই।

অমৰ কলিতাই তাৰ কাৰণে বিনা পইচাই কৰা কষ্টখিনি মনত পৰিল বিজয়ৰ। অতি কৃতজ্ঞতাৰে সি নিজকে কলে, অমৰ সঁচাকৈ তাৰ প্ৰকৃত বন্ধু। কম সাহ নহয় কিন্তু তাৰ। ৰায়চাহেবৰ নিচিনা সকলোৱে ভয় কৰা মানুহ এজনক সি ঘৰতে ঠাণ্ডা কৰি আহিবগৈ পাৰে। আৰু ডিব্ৰুগড়ত সন্ন্যাসী উলিউৱা তাৰ বুদ্ধিটো! তাৰ পঞ্জাবী বন্ধুটোও কম নহয় দেই। কুকুৰটোৰ হতুৱাই মানুহৰ মূৰৰ খোলাটো অনা-নিয়া কৰিবলৈ সিহঁতে কুকুৰটোক কেনেকৈ শিকালে বাৰু? অমৰেতো আমাৰ আগত কালি স্বীকাৰ কৰি গল যে সি বহুত কথাকে নিজে মনে-সজা কথাৰে জোৰা লগাইছে। অৱশ্যে সি কৈছে যে দুই আৰু দুই যোগ দিলে স্বাভাৱিকতে চাৰি হবই আৰু তেনেকুৱা সিদ্ধান্ত কিছুমান হে সি লগাই দিছে। তথাপি সেইটো কম সাহ নহয় তাৰ। যদি তাৰ চিঠি পঢ়ি ৰায়চাহেবে সেই চিঠি তেওঁক ভয় খুৱাই মালতীৰ নামত টকা আদায় কৰিবলৈ কৰা চক্ৰান্ত বুলি পুলিচত দি দিলেহেঁতেন? অৱশ্যে সেইটো তেওঁ নকৰে; কাৰণ তেতিয়া চিঠিত থকা বহুত ঘকুৱা কেলেংকাৰীও পুলিচে জানিলেহেঁতেন। বিজয় শৰ্মা নামৰ মানুহ এটাক মই বুলি ৰায়চাহেবে গুণ্ডাৰ হতুৱাই মৰোৱা বুলি, সেই মানুহটোৱে মোকৰ্দমা কৰা বুলি, ধুনীয়াকৈ সজাইছে অমৰে। আচলতে বিজয় শৰ্মাটো ৰায়চাহেবৰ ঘৰত আগতে ৰান্ধনি আছিল। এবাৰ কিবাকিবি বস্তু লৈ পলাল সি। দুবছৰমান পাচত ঘৰৰ আগতে তাক দেখি ৰায়চাহেবে ধৰাই অনাই এখুন্দা দিয়ালে। সি কেচ্ দিয়াটো সঁচা কথা; তাৰ নাম বিজয় শৰ্মাও সঁচা। কিন্তু আমাৰ ঘটনাটোৰ লগত সেইটো ঘটনাৰ সম্বন্ধ থকা বুলি কোৱাটো অমৰৰ নিজৰ মূৰৰ কল্পনা। সঁচাকৈ, অমৰৰ কথাবোৰ কালি শুনোতে সাধু কথা যেন লাগিছিল।

এইবোৰ কথা ভাবি থাকোঁতে হঠাৎ মালতীলৈ তাৰ বেয়া লাগিল। কি কৰিব বাৰু বেচেৰীয়ে? ইমানবোৰ অশান্তিৰ মাজেদি এটা জীৱন কটাই আহিছে এই মানুহজনীয়ে। সেইজনী মানুহৰ



মূৰটো কেনেকৈ ঠিক থাকে বাৰু? নিজৰ ভাগ্যৰ ওপৰতে চাগৈ তাইৰ ঘোৰ সন্দেহ। সেই কাৰণেই চাগৈ বিজয়ে সঁচা কথা কলেও বেচেৰীয়ে বিশ্বাস কৰিব নোৱাৰে। খুব স্বাভাৱিক কথা। মালতীক বিছনাতে গৈ সাৱটি ধৰি চুমা খাই দিবৰ মন গল তাৰ। কিন্তু সি যাব নোৱাৰিলে; তাৰ আত্মসম্মানে নে অহং ভাবে তাক বাধা দিলে। মনে মনে সি ঠিক কৰিলে, প্ৰথম সুযোগতে সি তাৰ যোৱা নিশাৰ অসভ্য ব্যৱহাৰৰ কাৰণে মালতীৰ ওচৰত ক্ষমা ভিক্ষা কৰিব। মালতীক তো সি বেয়া নাপায়; কিন্তু মানুহজনীৰ মুখখন ইমান চোকা কিয়? কথা কবলৈ ললে মুখলৈ নাচায়। আৰু তাক ইমান সন্দেহ কৰে কিয়? অৱশ্যে তিৰোতাৰ ঈৰ্ষা থকাটো খুব স্বাভাৱিক। নিজৰ গিৰিয়েকক আন তিৰোতাই ভাল বোলাও সহ্য কৰিব নোৱাৰে। সি মনে মনে ঠিক কৰিলে, বিছনাৰপৰা উঠিয়েই সি বজাৰলৈ যাব আৰু মালতীয়ে ভালপোৱা সৰু সৰু মাছ আনিব। বজাৰৰপৰা অহাৰ পাচত মালতীয়ে তাক নিতান্ত অভ্যাসবশতঃ দিয়াদি চাহ এপিয়লা দিবহিয়েই। আৰু তেতিয়াই সি মালতীক সাৱটি ধৰিব। সি কব—কথা পাতিলেই আমাৰ দন্দ লাগে যেতিয়া আমি কোনো কথা নাপাতোঁ বহুত দিনলৈ; কেৱল মৰম কৰিম।

এঘাৰ ।

পুৱা পলমকৈ সাৰ পাই অমৰ কলিতাই বিছনাৰ কাষতে থকা সৰু টিপয়খনলৈ চালে—চাহ পিয়লা দি যোৱা বুলি টিপয়খনৰ ওপৰতে এখন চিঠি ; কলিতাৰ নামতে আহিছে। ওপৰত 'জৰুৰী' বুলি লিখা আছে। নিশ্চয় কোনোবা মোক্কেলৰ চিঠি। পুৱাতে 'জৰুৰী' লিখা ব্যৱসায়িক চিঠি এখন খুলিবৰ মন নগল অমৰ কলিতাৰ। এনেতে এপিয়লা চাহ লৈ চাকৰটো সোমাই আহিল। চাহ পিয়লা টিপয়খনত থৈ সি কলে যে তাত থকা চিঠিখন কোনোবা এটা মানুহে অলপ আগতে দি গৈছে। অমৰে ভাবি চালে, আজি কাৰ কাৰ মোকৰ্দমাত সি উকীল। বিজয়ৰ চিঠি নেকি বুলি সি এবাৰ লেফাফাটোৰ ওপৰত এনেয়ে চকু ফুৰাই চালে। নহয়। বিজয়ৰ চিঠি নহয়। কাৰ হব পাৰে বাৰু? তাকে ভাবি ভাবি থাকোঁতেই অমৰ কলিতাক আকৌ টোপনিয়ে হেঁচা মাৰি ধৰিলে। তেতিয়া গুৱাহাটীৰ দৈনিক কাকতত আগ দিনা ৰায়চাহেব বৰুণকুমাৰ চট্টোপাধ্যায়ে দিয়া বিবৃতি ছাপা হৈ ওলাইছিল আৰু সেই বিবৃতি পঢ়ি গুৱাহাটীৰ অসমীয়া-বঙালী ৰাইজৰ উত্তেজনাৰ উপশম হৈছিল। তেতিয়া পুৱা প্ৰায় চাৰে আঠ বাজিছিল।



পুৱাৰ চিলমিলীয়া টোপনিত অমৰ কলিতাই বহুত কিবাকিবি সপোন দেখিছিল। ঠিক সপোন দেখা বুলি কব নোৱাৰি ; সি সপোন সাজি সাজি চাই আছিল। ৰায়চাহেবৰ বিৰুদ্ধে সি লাগোঁতে নিজে জয়ী হোৱাৰ কথা কেতিয়াও ভবা নাছিল। নতুন উকীল সি। তাতে মালতীৰ ঘটনাটো এনেকুৱা যে তাৰ আঁতি-গুৰি লৈ সি নিজেই বিমোৰত পৰিছিল। শেষ পৰ্যন্ত সি ৰায়চাহেবক ভয় দেখুউৱাৰ পন্থা লৈছিল। ভাবিছিল, মালতীক কোনোমতে ৰায়-চাহেবৰ কবলৰপৰা মুক্ত কৰি দিব পাৰিলেই হল। মালতীক বিয়া কৰোৱাৰ কাৰণে বিজয়ক সি কোনোদিন ভাল পাব নোৱাৰে। সি স্বীকাৰ কৰে যে মালতী ধুনীয়া গাভৰু। কিন্তু সেইবিধ ছোৱালী বোৱাৰী হোৱাৰ উপযুক্ত নহয়। এইবিধ ছোৱালী আনৰ মনক তৃপ্তি দিবলৈ মুকলি ফুলনিত ফুলা ফুলৰ নিচিনা। অবিনাশৰ লগত বিয়া হোৱাৰ পাচতো বহুতৰ লগত মালতীৰ প্ৰেমৰ কাহিনী গুৱাহাটীত মানুহৰ মুখে মুখে। সেইবোৰ কথা বাৰু এই গৰু বিজয়টোৱে শুনা নাছিল নে? অমৰৰ সন্দেহ হয়, মালতীয়ে এতিয়াও বিজয়ৰ বাহিৰে আন প্ৰেমিক পাবলৈও আপত্তি নকৰিব। কিন্তু।……

হঠাৎ খকমককৈ সাৰ পালে সি। সাৰ পায়েই "জৰুৰী" চিঠিখন চকুত পৰিল। চাকৰটোক চাহ এপিয়লা আকৌ দিবলৈ চিঞৰ মাৰি সি চিঠিখন খুলি পেলালে। সি আচৰিত হল। ৰায়চাহেবৰ ছপা পেডত লিখা ৰায়চাহেবৰ চহী থকা চিঠি। অকণো নৰৈ সি চকু মোহাৰি চিঠিখন পঢ়ি গল ঃ

প্ৰেৰক—
বৰুণকুমাৰ চট্টোপাধ্যায় ( ৰায়চাহেব )
অৱসৰপ্ৰাপ্ত পুলিচ ডেপুটি চুপাৰিণ্টেণ্ডেণ্ট।
উলুবাৰী। গুৱাহাটী।
২০ আগষ্ট, ১৯৬৯

প্ৰিয় কলিতা উকীল,

মোৰ এইদৰে এখন চিঠি আশা নকৰাটো তোমাৰ কাৰণে খুব স্বাভাৱিক। কাৰণ যি উদ্দেশ্য লৈ তোমাৰ মোৰ লগত চিনাকি হৈছিল সেই উদ্দেশ্য তোমাৰ কালিয়েই সিদ্ধি হল। গতিকে খুব স্বাভাৱিক কথা যে এই চিঠি মই নিজৰ প্ৰয়োজনত লিখিছোঁ। আশা কৰো ধৈৰ্য ধৰি পঢ়িব পাৰিবা।

স্বাধীনতাৰ ইমান দিন পাচতো মই আজিও মোৰ নামৰ পাচত 'ৰায়চাহেব' উপাধিটো গৰ্বেৰে লিখোঁ। মোৰ দুৰ্বলতা গম পোৱা মানুহে মোক ৰায়চাহেব বুলিয়েই মাতে। এই এটা কথাৰপৰাই তুমি সহজে অনুমান কৰিব পাৰিবা, মই কিমান অতীত গৰ্ব লৈ গৰ্বিত। স্বাভাৱিক কথা যে বিদেশী চৰ্কাৰে মোক এটা ওখ খাপৰ চাকৰি আৰু 'ৰায়চাহেব' উপাধি দিয়াৰ পাচত মই গৰ্ব কৰিব পৰা কোনো ঘটনা মোৰ জীৱনত ঘটা নাই। অৱসৰ লোৱাৰ পাচত মানুহৰ থাকে পুত্ৰ-কন্যা-সংসাৰ লৈ গৰ্ব কৰিবলৈ। মোৰ সেই ফালৰপৰা গৰ্ব কৰিব পৰা একো নাই। গতিকে মই অতীত গৌৰৱকে লৈ থাকোঁ। তাৰ উপৰি মই ভাবোঁ যে চাকৰিত মোৰ হোৱা উন্নতি আৰু বিদেশী চৰ্কাৰে মোৰ কামক দিয়া স্বীকৃতি এনেয়ে অহা বস্তু নহয়। সেই সন্মান, সেই স্বীকৃতি, মই নিজে অৰ্জন কৰিছোঁ। বিদেশী চৰ্কাৰৰপৰা অৰ্জন কৰা কাৰণেই তাৰ মূল্য কমিব নোৱাৰে। অন্ততঃ মোৰ কাৰণে।

কালি মোকৰ্দমা উঠাই লৈ কাছাৰীৰপৰা ঘূৰি আহি মই আকৌ এবাৰ তোমাৰ চিঠি পঢ়িলোঁ। এতিয়া নিশা বাৰ বাজি যোৱাৰ পাচত, অৰ্থাৎ ইংৰাজী মতে পিচদিনা, তোমালৈ এই চিঠি টাইপ কৰিবলৈ লৈছোঁ। গোটেই জীৱনেই মই মোৰ অহংকাৰ আৰু গৰ্বক খৰ্ব হবলৈ দিয়া নাই। কিন্তু, তোমাৰ চিঠিখন পুনৰ পঢ়ি মোৰ বিশ্বাস হল যে তুমি চিঠিত দাবী কৰা সকলো সৰ্ত মই লৰা-লৰিকৈ পূৰাই দিয়াৰ পাচত তোমাৰ নিশ্চয় ধাৰণা হব যে মোৰ নিচিনা নিকৃষ্ট মানুহ এটাই তোমাৰ ভয়ত আত্মসমৰ্পণ কৰিছোঁ। এনেকুৱা এটা ধাৰণা নোহোৱাটোহে অস্বাভাৱিক হব। কিন্তু সেই মিছা ধাৰণা লৈ থকাৰ সুবিধা তোমাক দিবলৈ মই প্ৰস্তুত নহয়। লাগে সেই ধাৰণা ভাঙিবলৈ কিছুমান নকবলগীয়া ঘৰুৱা কথা কবলৈও মই প্ৰস্তুত। কালি তোমাৰ সৰ্ত পূৰাবলৈ তুমি দিয়া ঠিকনাত গৈ মালতীক দেখি মই অপ্ৰস্তুত হৈছিলোঁ। মই কল্পনাও কৰা নাছিলোঁ যে মোক অপমানিত কৰিবলৈ তুমি মালতী আৰু তাইৰ নতুন গিৰিয়েকৰ ঘৰত বহি থাকিবা। যি হওক, তেতিয়া আৰু ঘূৰি অহাৰ উপায় নাছিল। কাৰণ সিহঁতৰ ঘৰতে বহি আছা যেতিয়া, সিহঁতক সকলো কথা তুমি কৈছাই বুলি ধৰি লৈছিলোঁ। তুমি অৱশ্যে কৈছিলা যে তুমি কাকো এইবোৰ কথা কোৱা নাই। তেনেকুৱা কথা বিশ্বাস কৰাৰ অভ্যাস মোৰ নাই। গতিকে সিহঁতৰ আগত মই নিজৰ দুৰ্বলতা প্ৰকাশ নকৰি মোৰ কাম স্বাভাৱিকভাৱে কৰি আহিলোঁ—সিহঁতৰ উপস্থিতি অনুভৱ নকৰাৰ নিচিনাকৈ। মই তোমাৰ আগত আত্মসমৰ্পণ কৰাটো তুমি তোমাৰ মোক্কেল মালতী আৰু গিৰিয়েকক স্বচক্ষে দেখাৰ সুবিধা কৰি দিয়াটো ব্যৱসায়ী বুদ্ধি হব পাৰে, কিন্তু তোমাৰ মোৰ প্ৰতি ভদ্ৰ ব্যৱহাৰৰ পৰিচয় নহল। শিক্ষিত মানুহ ভদ্ৰতা এৰিলে বৰ নিলাজ হব পাৰে—সাধাৰণ মানুহতকৈ বহুত বেছি অভদ্ৰ হব পাৰে। যি হওক, তোমাক ভদ্ৰতা শিকাবলৈ মই এই চিঠি লিখিবলৈ লোৱা নাই। মই বিশ্বাস কৰোঁ যে ব্যক্তিগত আৰু সাংসাৰিক সন্মান আৰু গৰ্ব হেৰোৱাতকৈ মৃত্যু ভাল। মোৰ এই ধাৰণাৰ কাৰণেই কালি তোমাৰ সকলো সৰ্ত মই পূৰণ কৰি দিলোঁ—যাতে তোমাৰ এই অনুসন্ধানৰ ইমানতে ওৰ পৰে। নহলে মোৰ সন্দেহ হৈছিল যে তুমি মোৰ বিৰুদ্ধে কথা আৰু ঘটনা বিচাৰি ফুৰোঁতে মোৰ এনেকুৱা কিছুমান সাংসাৰিক কথা ওলাই পৰিব যে যিবোৰ সাংসাৰিক কথা আন কোনো এজন প্ৰাণীয়ে জনাটোও মই নিবিচাৰিছিলোঁ। এই সিদ্ধান্ত লওঁতে মই ভবা

নাছিলোঁ যে মোৰ আত্মসমৰ্পণে মোক ব্যক্তিগতভাৱে দোষী বুলি প্ৰমাণ কৰিব। এতিয়া সেই জ্ঞান মোৰ হৈছে। সেয়ে, বহুত ভাবি-চিন্তি ঠিক কৰিছোঁ যে মোৰ জীৱনৰ সঁচা ঘটনাৱলীৰ বিষয়ে জ্ঞান থকা মানুহ এজন হলেও এই পৃথিৱীত আৱশ্যক। তেতিয়া অন্ততঃ মোৰ এই সান্ত্বনা থাকিব যে পৃথিবীত অন্ততঃ এজন মানুহ আছে যি মোক সঁচাকৈ চিনি পায়, যি মোক ভুল নুবুজে। সকলো কথা নিজৰ পেটতে ৰাখিব লগা হোৱাটো কম কষ্টৰ কথা নহয়। এতিয়া সেয়ে, বহুত বিচাৰ-বিবেচনাৰ পাচত, মই তোমাকে মোৰ জীৱনৰ বহুতখিনি কথা কৈ দিবলৈ এই চিঠি লিখিছোঁ। বুঢ়া বয়সত মতিভ্ৰম হোৱাৰ কাৰণেই মই এই কাম কৰিব খুজিছোঁ যদিও নাজানো। কিন্তু মই জানো যে পেটৰ বহুত কথা এজন মানুহক জনোৱাৰ পাচত মোৰ আত্মাই শান্তি পাব। খৃস্টান মতে এয়া যেনিবা তোমাৰ আগত মোৰ কন্‌ফেশ্যন।

তোমাৰ চিঠি পঢ়ি মই বঢ়িয়াকৈ বুজিছোঁ হে বহুত কিবাকিবি বুদ্ধি কৰি তুমি মোৰ পৰিবাৰ মালিনী দেৱী আৰু মোৰ কনিষ্ঠ পুত্ৰ অবিনাশৰপৰাই প্ৰধানকৈ তোমাৰ চিঠিত লিখা কথাবোৰ উলিয়ালা। কেনেকৈ সিহঁতৰপৰা এইবোৰ কথা উলিয়ালা মই জানিব নোখোজোঁ। অবিনাশক তুমি লগ ধৰি ঘণ্টাৰ পাচত ঘণ্টা ধৰি কথা পতাৰ খবৰ মই পাইছিলোঁ। আৰু মোৰ ঘৈণীয়ে ডিব্ৰুগড়ত এজন আচৰিত সন্ন্যাসীৰ আগত নিজ জীৱনৰ সকলো কথা কোৱাৰ খবৰো মই পাইছিলোঁ। সেইবোৰ বিষয়ে তোমাৰপৰা মই জানিবলৈ নিবিচাৰোঁ। মই মাত্ৰ ইমানকে কব খোজোঁ যে অবিনাশৰ প্ৰলাপৰ মাজৰপৰা তুমি যিখিনি কথা গ্ৰহণ কৰিছা, সেইখিনি আংশিক সত্য হে আৰু আংশিক সত্য মিথ্যাৰে নামান্তৰ বুলি তোমাৰ নিচিনা বুধিয়ক উকীলক নিশ্চয় বেলেগে কব নালাগে। আৰু, মোৰ পৰিবাৰ মালিনী দেৱীয়ে ডিব্ৰুগড়ত সাধু-বাবাৰ আগত জীৱন-কাহিনী কোৱাৰপৰাই নিশ্চয় তুমি বাকীখিনি



কথা লৈছা। সাধুবাবাই বঢ়িয়া বুদ্ধি কৰিছিল। এনেকুৱা পৰামৰ্শ দিছিল যে প্ৰতি মানুহে নিজক পাপমুক্ত কৰিবলৈ সঁচা কথা কবই। কিন্তু তুমি তাতো এটা ভুল কৰিলা। তিৰোতাই প্ৰয়োজন হলে নৰকতে লাঞ্ছনা ভুঞ্জিব, তথাপি নিজৰ স্খলনৰ ইতিহাস কেতিয়াও ভগৱানকো নকয়। ঠিক নকওঁ বুলি নোকোৱা নহয়; কিন্তু তিৰোতাই নিজৰ গাত দোষ পৰা কথাবোৰ এনেকুৱাকৈ নিজকে দোষমুক্ত কৰি চিন্তা কৰিব পাৰে যে প্ৰকৃত সত্যতকৈ নিজে ভবাটোকে আচল সত্য বুলি নিজৰ মনকো বিশ্বাস কৰাই দিয়ে। গতিকে, মোৰ পৰিবাৰে সন্ন্যাসীৰ আগতে নিশ্চয় প্ৰকৃত সত্যটো কোৱা নাছিল; নিজে যিটোক সত্য বুলি ধৰি লৈছিল সেইটোহে কৈছিল; আৰু তেওঁ নিজে ধৰি লোৱা মতে তেওঁ নিৰ্দোষী, লাঞ্ছিতা, করুণাপ্ৰাৰ্থী নাৰী। নাৰীৰ এই চৰিত্ৰৰ বিষয়ে মোৰ ধাৰণাই গঢ় লৈছে বহুত তিৰোতাক পুলিচত চাকৰি কৰি থাকোঁতে বিভিন্ন দোষত লগ পাই কথা পতাৰ পাচত।

প্ৰিয় কলিতা, মোক নৰহত্যাকাৰী বুলি তুমি অভিযুক্ত কৰিছা। হত্যাৰ তিনিটা কাহিনী তুমি চিঠিত দিছা। সেই এটাইকিটাই যে হত্যা কাহিনী, তাত কোনো সন্দেহ নাই। কিন্তু সেই হত্যাৰ আঁৰত থকা ঘটনাবোৰ সঁচা নহয়। সেই বিষয়েই তোমাক মই এই চিঠিত কম। মনত ৰাখিবা যে তোমাৰ সৰ্তবোৰ পূৰণ কৰি দিয়াৰ পাচত তোমাৰ লগত মোৰ সম্বন্ধ শেষ। তুমি যে ভদ্ৰভাৱে তোমাৰ চিঠিত উল্লেখ কৰা সৰ্ত মানি এইবোৰ ঘটনা আৰু ঘুকটিবলৈ নোযোৱা, সেই বিষয়েও মই নিঃসন্দেহ। তথাপি তোমাক মাত্ৰ এটা কাৰণতে মোৰ বক্তব্য কবলৈ ওলাইছোঁ। মই বিচাৰোঁ, ওৰে জীৱন মোক ভুল বুজি থাকিল মানুহে। এতিয়া অন্ততঃ এজন মানুহে মোক জানক। নহলে মোৰ অসহ্য হৈছে। এইবোৰ হত্যা-কাহিনী কিবা প্ৰকাৰে আদালতত দি তুমি মোক শাস্তি দিয়াবা বুলি মই ভয় কৰা নাই। কাৰণ মই জানো যে তুমি লিখা এটা

ঘটনাতো তুমি মোক কেতিয়াও দোষী সাব্যস্ত কৰিব নোৱাৰা। এতিয়া আচল কথালৈ আহোঁ।

প্ৰথম মোক তুমি অভিযুক্ত কৰিছা, নগাঁৱত ১৯৪২ চনৰ আন্দোলনত এজন বুঢ়া মানুহক মই গুৰিয়াই মৰা বুলি। সঁচা কথা, স্বাধীনতা আন্দোলনৰ সপক্ষে মই নাছিলোঁ। চাকৰিয়াল হিচাপে কৰ্তব্য কৰাত মই বিশ্বাসঘাতকতা কৰিব নোৱাৰিলোঁ। মোৰ বিশ্বাস পুলিচ আৰু সৈন্যবাহিনীত বিশ্বাসঘাতকৰ স্থান নাই। আজাদ হিন্দ ফৌজৰ বীৰসকলক নেহৰু আদি কংগ্ৰেছৰ বিখ্যাত উকীলসকলে আদালতত সমৰ্থন কৰিলে সঁচা ; কিন্তু স্বাধীন ভাৰতত তেওঁলোকক সৈন্যবাহিনীত লোৱা নহল কিয় ? এবাৰ বিশ্বাসঘাতক কৰা কোনো সৈন্যক কোনো সামৰিক কৰ্তৃপক্ষই কেতিয়াও বিশ্বাস কৰিব নোৱাৰে। পুলিচবো একে কথা। মোৰ বিশ্বাস, বৃটিছৰ দিনত বিশ্বাসঘাতকতা কৰি কংগ্ৰেছক সহায় কৰা বহুত পুলিচ-বিষয়াক স্বাধীন ভাৰতে পদোন্নতিৰে সন্মান দেখুউৱাৰ কাৰণেই ভাৰতৰ পুলিচ বাহিনীৰ চৰিত্ৰ আজিও সন্দেহাতীত কৰিব পৰা হোৱা নাই। মই সেই বিশ্বাসঘাতকৰ দলত নাছিলোঁ আৰু ভাৰত স্বাধীন হোৱাৰ লগে লগে নতুন চৰ্কাৰে মোক বিশ্বাস কৰিবলৈ টান পাব বুলিয়েই মই আগতীয়াকৈ অৱসৰ ললোঁ। কাৰণ, বিশ্বাস-ঘাতকবোৰক সামৰি লোৱাৰ মনোভাব দেখাৰ পাচত মোৰ নিচিনা মানুহৰ তাত স্থান নহব বুলি মই ধৰি লৈছিলোঁ।

পুলিচৰ চাকৰি কৰা মানে মানুহ মৰাৰ লাইচেন্স পোৱা নহয়। মোৰ দায়িত্ব মই ভালকৈ বুজিছিলোঁ। মোৰ কৰ্তব্য শান্তি ৰক্ষা কৰা। সেই অশান্তি কি ৰাজনৈতিক কাৰণত হৈছিল, সেই চিন্তা চৰ্কাৰৰ। সেই বিষয়ে মই চিন্তা কৰাৰ প্ৰয়োজন নাছিল। শান্তি ৰক্ষাৰ কাৰণেই থানা আক্ৰমণ কৰিবলৈ অহা এদল মানুহক বাধা দিয়াৰ ভাৰ মোৰ ওপৰত পৰিছিল। মই লাঠি চাৰ্জ কৰাৰ আদেশ দিছিলোঁ। এজন বুঢ়া মানুহে এজন পুলিচৰপৰা লাঠি কাঢ়ি নি



পুলিচটোক মাৰ মাৰি দিয়া মই দেখিছিলোঁ। অসমীয়া বুঢ়াৰ সেই সাহে মোক কৰ্তব্যৰপৰা পিছলাব খুজিছিল। কিন্তু গুৰ্খা চিপাহীয়ে বুঢ়াজনক খণ্ডতে গোৰ মাৰি মাটিত পেলাই গছকি পেলাইছিল। মই গোৰ্খা চিপাহীটোক ধৰাই আনি শাস্তি দিছিলোঁ—খণ্ডত কৰ্তব্য পাহৰি যোৱাৰ কাৰণে। বুঢ়াক হস্পিটাললৈ পুলিচ দি পঠাইছিলোঁ। কিন্তু বুঢ়া হস্পিটাল পোৱাৰ আগতে মৰিল। পুলিচজনৰ তাৰ কাৰণে শাস্তি হল—বিভাগীয় বিচাৰত। কিন্তু ঘটনাটো মোৰ আগতে ঘটাৰ কাৰণে মানুহৰ মুখে মুখে মই গছকি মৰা বুলি ৰাষ্ট্ৰ হল। মই কোৱা ঘটনাটোহে প্ৰকৃত সত্য বুলি ৰেকৰ্ড এতিয়াও পুলিচ বিভাগত পাব পাৰা। মোৰ কিন্তু বুঢ়াজনলৈ দুখ লাগিছিল। খবৰ কৰাই জানিব পাৰিছিলোঁ, তেওঁৰ এটা গুণ্ডা পুতেক আৰু ঘৈণীয়েক আছে ঘৰত। পুতেকক মতাই আনি মই বহুত উপদেশ দিছিলোঁ। তেওঁ গাড়ী চলাব জানিছিল। ছমাহমানৰ ভিতৰতে মই এটা মটৰৰ কোম্পানিৰ লগত নিজে দায়িত্ব লৈ তেওঁক এখন টেক্সি লৈ দিছিলোঁ। প্ৰথম কিস্তিৰ এহেজাৰ টকা ময়েই দিছিলোঁ। সেই টেক্সি ড্ৰাইভাৰৰে জীয়েক মালতী—যাক আপোনাৰ বন্ধু বিজয় শৰ্মাই বৰ্তমান বিয়া কৰাইছে। মই অৱসৰ লোৱাৰ পাচতো মানুহ ঘৰৰ খবৰ কৰি আছিলোঁ। মাতাল বাপেকে জীয়েক মালতীৰ ওপৰত কৰা অত্যাচাৰৰ কথা এবাৰ মই তালৈ খবৰ লবলৈ যাওঁতে চুবুৰীয়া মানুহে দুখ কৰি কৈছিল। মানুহবোৰে কৈছিল যে সেই গাভৰু ছোৱালীজনীক এতিয়া বাপেকে মাতাল বন্ধুৰ মন যোগাবলৈ দি দিব। লোকৰ গাভৰু ছোৱালী এজনীক কেনেকৈ উদ্ধাৰ কৰোঁ বুলি ভাবি ভাবিয়েই মই মালতীক অবিনাশলৈ বিয়া কৰাই আনিছিলোঁ। ভাবিছিলোঁ কিজানি বিয়া কৰালে অবিনাশ ভাল হৈ যায়। নহলে তাই থাকিব মোৰ ঘৰতে। এতিয়া মই জানো যে মালতীক মোৰ বলিয়া লৰাটোলৈ বিয়া কৰাই অনাটো ভুল হল। কিন্তু মই সেই কাম কৰিছিলোঁ দুয়োটাৰে উপকাৰ হওক বুলিয়েই।

মৌৰ অবিনাশৰ প্ৰতি দুৰ্বলতাৰ দোষত মালতীৰ বিষয়ে হয়তো মই বিশেষ নাভাবিলোঁ।

একেদৰেই মোৰ প্ৰথম পৰিবাৰৰ তৃতীয় সন্তান ট্ৰেনৰপৰা পৰি মৰাটো সঁচা কথা। কিন্তু মই পেলোৱা নাছিলোঁ। মোৰ তৃতীয় সন্তান হোৱাৰ আগতে কিছুদিন স্ত্ৰীৰ অতিপাত মুৰৰ বিষ হৈছিল। তাৰ পাচত মানুহজনী বলিয়াৰ নিচিনা হৈছিল, শুকাই-খীণাই গৈছিল। পেটতে সন্তানক সদায় মাৰিবলৈ ওলাইছিল। মোৰ ওচৰতে থকা এজন কম বয়সীয়া পুলিচ চাব-ইন্সপেক্টৰে এটা বৰ ডাঙৰ ভুল কৰিছিল বুলি আপোনাৰ চিঠি পাই বুজিছোঁ। মোৰ পৰিবাৰে বলিয়া হোৱাৰ সময়ত মানুহক মাৰিবলৈ খেদি ফুৰিছিল। সেয়ে মই নাথাকিলে তেওঁক শোৱা-কোঠাতে তলা মাৰি থৈ গৈছিলোঁ। শোৱা-কোঠাৰ এখন খিৰিকীয়েদি সেই চাব-ইন্সপেক্টৰজনৰ ঘৰ দেখি। নিচেই কাষতে। সেই খিৰিকীখনতে ঘৈণীক বৈ থকা মই প্ৰায়ে পাইছিলোঁহি। চাবইন্সপেক্টৰজনে হয়তো ভাবিছিল, মোৰ ঘৈণীয়ে তেওঁৰ প্ৰেমত পৰি তেওঁলৈ চাই থকা বুলি। কিবা কথা কৈছিল যদিও নাজানো। কেৱল মই ইমানকে জানো যে মোৰ প্ৰথম স্ত্ৰী আনৰ প্ৰেমত পৰা তিৰোতা নাছিল আৰু সেই সময়ত তেওঁৰ বলিয়ালি ইমান বেছি আছিল যে কেতিয়াবা মই অফিচ খতি কৰিব লগা হৈছিল। সেই সময়ত, তেওঁ কোৱাদি মই বিশ দিনৰ কাৰণে চিলঙলৈ যোৱাটোও একেবাৰে মিছা খবৰ। আপুনি খবৰ কৰি চাব পাৰে। যি হওক, গৰ্ভাৱতী স্ত্ৰীক মই চিকিৎসাৰ কাৰণে কলিকতালৈ লৈ গৈছিলোঁ। তাত হে প্ৰায় পোন্ধাৰ দিন পৰীক্ষা কৰি চিকিৎসক মণ্ডলীয়ে ৰায় দিলে যে মোৰ স্ত্ৰীৰ মূৰত কেন্সাৰ ৰোগ হৈছে আৰু সেই অসুখ চিকিৎসাৰ বাহিৰত। ৰোগীক ঘৰত নি শান্তিৰে মৰিবলৈ দিবলৈ তেওঁলোকে মোক উপদেশ দিলে। মুৰত হোৱা সেই অসুখৰ কাৰণেই মস্তিষ্কৰ বিকৃতি হোৱা বুলি তেওঁলোকে মোক বুজাই দিলে। কলিকতাৰপৰা ঘূৰি আহি বিশ দিনমান থকাৰ পাচতে তেওঁৰ সন্তান হল। এগৰাকী পগলা তিৰোতাৰ সন্তান প্ৰসৱ যে কি বিপজ্জনক আপোনাক মই বুজাব নোৱাৰোঁ। লৰাটোক এদিনলৈও মাকৰ গাখীৰ খুৱাব নোৱাৰিলোঁ। তাক ওচৰলৈ নিলেই "ভূতঔ" বুলি মাৰিবলৈ খেদি আহে। সন্তান জন্মৰ ছমাহমান পিচতে বদলি হৈ মই সপৰিয়ালে ট্ৰেনত উঠি গুৱাহাটীলৈ গৈছিলোঁ। লৰাটো এখন্তেকৰ কাৰণেও মই ট্ৰেনত অকলে এৰা নাছিলোঁ। এবাৰ মাকৰ টোপনি অহা দেখি কেঁচুৱাটোক আন এখন বেঞ্চত শুৱাই, ওচৰতে পহৰা দিবলৈ চাকৰ এটা থৈ মই বাথ-ৰুমলৈ গৈছিলোঁ। কেতিয়া মাকে সাৰ পালে কোনেও নাজানে। সাৰ পায়েই থাপ মাৰি কেঁচুৱাটো ললতে চাকৰটোৱে চিঞৰ মাৰি দিলে। ডাঙৰ লৰাটো আৰু ছোৱালীজনীয়েও। মই লৰালৰিকৈ ওলাই আহি দেখোঁ মোৰ পত্নীয়ে খিৰিকীৰ ৰেলিঙৰ মাজেদি ঠেলি ঠেলি কেঁচুৱাটো বাহিৰলৈ উলিয়াইছে। একেজাঁপে মই গৈ থাপ মাৰি ধৰিলোঁ। কিন্তু পলম হল। মই মোৰ পত্নীৰ হাতত ধৰাৰ লগে লগে কেঁচুৱাটো এৰি দিলে। বেচেৰা অসহায় কেঁচুৱাটো মাটিত পৰি শেষ হৈ গল। তাৰ শেষ কান্দোনো মই নুশুনিলোঁ। পত্নীৰ সন্মান ৰক্ষাৰ্থে আৰু মৃত্যুমুখী স্ত্ৰীক বিচাৰৰ অপমানৰপৰা ৰক্ষা কৰিবলৈ, মই পুলিচ ৰিপোৰ্ট দিলোঁ কেঁচুৱাটো মোৰে হাতৰপৰা অসাবধানতাবশতঃ সৰি পৰা বুলি।

মতিৰ হত্যাৰ কাহিনীটো এতিয়া কেনেকৈ কওঁ ভাবিছোঁ। নাই; নাভাবোঁ। এফালৰপৰা কৈ যাওঁ। সেইদিনা সান্ধ্যভ্ৰমণৰপৰা মই সোনকালে ঘূৰি আহিলোঁ। আহিয়েই দেখোঁ, পদুলিমুখৰ ফুলৰ লতাডাল মাটিত পৰি আছে। লগত অহা অবিনাশক লতা-ডাল তুলিবলৈ লগাই মই ভিতৰ সোমাব খোজোঁতেই ভিতৰৰপৰা বন্দুকৰ গুলীৰ শব্দ শুনিলোঁ। দৌৰি গৈ দেখোঁ, মোৰ স্ত্ৰীৰ হাতত

বন্দুক আৰু মোৰ বিছনাৰ ওপৰত মতিৰ ৰক্তাক্ত মূৰ আৰু দেহ। মোৰ স্ত্ৰী আৰু মতিৰ কাপোৰ এনেকুৱাকৈ অবিন্যস্ত যে অলপ আগতে হতাহতি যুদ্ধ কৰি থকা যেন লাগে। মোৰ ঘৰৰ এটা বিশেষত্ব এতিয়াও আছে। ওচৰ চুবুৰীয়া মানুহ খপ কৰে সোমাই আহিবলৈ সাহ নকৰে। গুলীৰ শব্দ শুনি সেইদিনাও কোনো নাহিল। মই উবাই-ঘূৰাই ঘৈণীক মৰিয়াই মৰিয়ায়ো আচল কথাটো উলিয়াব নোৱাৰিলোঁ। কলে, সি কিবা অসভ্য ব্যৱহাৰ কৰা কাৰণে তাক গুলী কৰা বুলি। মোৰ কিন্তু বিশ্বাস নহল। মতি এনেকুৱা চাকৰ আছিল যে তাক তেনেকুৱা অপবাদ দিব পাৰি। ইতিমধ্যে মোৰ ঘৈণীৰ সন্মান ৰক্ষাৰ্থে পুলিচী বুদ্ধিৰে মনে মনে সকলো ঠিক কৰি পেলাইছিলোঁ। ফোনেৰে পুলিচক খবৰ দি মাতি আনি মতিয়ে আত্মহত্যা কৰাটো প্ৰমাণ কৰি দিলোঁ। বিপদ ঘটালে অবিনাশে। অবিনাশ যে সকৰেপৰা অলপ কেনেবা কেনেবা, সেই কথা আমাৰ বাহিৰে কোনেও নাজানে। ঠিক বলিয়া বুলি কব নোৱাৰি ; কিন্তু যেন বলিয়া হোৱাৰ সম্ভাৱনা। সেই কাৰণে তাক মই সদায় লগে লগে ৰাখিছিলোঁ। সেইদিনা তদন্ত কৰিবলৈ অহা পুলিচ চাব-ইন্সপেক্টৰজন যাবৰ পৰত সি দৌৰি আহি কলেহি : দেউতাই মাক মাৰিলে, মায়ে মতিক মাৰিলে। মই লৰালৰিকৈ তাক বলিয়া বুলি আঁতৰাই নিলোঁ। ইন্সপেক্টৰজন স্বাভাৱিকতে সন্দেহ লৈ উভতিল। সাত দিনৰ পিচত চাব-ইন্সপেক্টৰ ৰনেন সেন আহিল পুনৰ অনুসন্ধান কৰিবলৈ। মই আশা কৰি আছিলোঁৱেই। কিন্তু ইতিমধ্যে আন বহুত ঘটনা হৈ গল। মতি মৰাৰ দিনা পুলিচ যোৱাৰ পাচত মই অবিনাশক মনে মনে নি কলোঁ : তই এইবোৰ বেয়া কথা কেলেই কৈছ ? অবিনাশক বেছি মৰম কৰোঁ কাৰণে সি মোলৈ বেছি সাহ পায়। ততালিকে সি উত্তৰ দিলে : ই, আপুনি নাজানে। আপুনি নাথাকিলে মায়ে মতিক মৰম কৰে, মতিয়ে মাক মৰম কৰে—আপোনাৰ বিছনাতে। কালিও মায়ে মতিক মৰম কৰি



কৰি বুজাইছিল। মই সুধিলোঁ : কি বুজাইছিল ? অবিনাশে কলে : বুজাইছিল—মানে মতিক সাৱধান কৰি দিছিল সেই আমাৰ ঘৰৰ আগফালে থকা চেনেহীৰ ঘৰলৈ নাযাবলৈ। তাঁলৈ গলে মায়ে তাক গুলী কৰি মাৰিব বুলি কৈছিল।

যিহওক, অবিনাশৰ কথাৰ পুং খেদি মোৰ ঘৰৰ আগতে থকা সন্দেহজনক চৰিত্ৰৰ চেনেহীক মাতি আনি পুলিচৰ ভয় দেখুৱাই মতিৰ বিষয়ে কি জানে সুধিলোঁ। চেনেহীয়ে কলে যে মতিয়ে তাইক বিয়া কৰাব খুজিছিল ; তাই সন্মত হৈছিল ; কিন্তু সেইদিনা গধূলি মোৰ পৰিবাৰ তাইৰ ঘৰলৈ গৈছিল আৰু তাইক কৈছিল যে মতিক যদি তাই তাইৰ ঘৰলৈ আহিবলৈ দিয়ে তেন্তে তাইক পুলিচত দিব। তাই একো উত্তৰ দিয়া নাছিল। অলপ পিচতে মতি আহিলত তাই মতিক সেই কথা কৈছিল। মতি তাইৰ গুৰিৰপৰা খঙেৰে গুচি আহিছিল। মই তাইক নি ঘৈণীৰ সন্মুখত থিয় কৰাই কলোঁ : এই সকলো কৈছে। আকৌ তোমাৰ আগতো কব লাগিবনেকি ? ঘৈণীয়ে মূৰ জোকাৰি নালাগে বুলি জনালে। চেনেহী যোৱাৰ পাচত মই ঘৈণীক পোনপতীয়াকৈ সুধিলোঁ—মতিৰ লগত প্ৰেম কিমান দিনৰ ? এটা চৰ খাই উত্তৰ দিলে—পাঁচ বছৰ হল। অবিনাশৰ আগত মতিৰ লগত অসভ্যালি কৰিবলৈ লাজ নালাগেনে বুলি সুধিলত একো উত্তৰ নিদিলে। চেনেহীক বিয়া কৰাব খোজাটোৱেই মতিক মৰাৰ কাৰণ হয়নে বুলি সোধাত তললৈ মূৰকৈ হয় বুলি কলে। তাৰ পাচত মোৰ ঘৈণীক মই একো নকৰোঁ বুলি ঠিক কৰিছিলোঁ। কিন্তু মই বাহিৰলৈ যোৱাৰ সুবিধাতে মোৰ ঘৈণীয়ে অবিনাশৰ মুখত জ্বলা খৰি এডাল ভৰাই দিলে। অবিনাশৰ চিঞৰ শুনি দৌৰি আহিলোঁ। অবিনাশেই প্ৰথম খবৰ দিয়া বুলি মোৰ প্ৰশ্নৰপৰা সন্দেহ কৰি তেওঁ খঙতে এই কাম কৰিলে। মাইকী মানুহ বৰ নিষ্ঠুৰ হব পাৰে। এই ঘটনাৰ পিচত মই মোৰ ঘৈণীক ইমান মৰিয়াইছিলোঁ, শাস্তি দিছিলোঁ যে সিমান শাস্তি

আৰু মাৰ খাই মানুহ জীয়াই থাকিব পাৰে বুলি মোৰ ধাৰণা নাছিল।

মোৰ প্ৰথম ঘৈণী ঢুকুৱাৰ পাচত মই লম্পট স্বভাৱৰ হোৱা বুলি যিবোৰ ঘটনা তুমি উল্লেখ কৰিছা, সেইবোৰ ইমান সংগতিবিহীন আৰু কাল্পনিক যে তাৰ উত্তৰ দিয়াৰ প্ৰয়োজন নাই। নিশ্চয় সেইবোৰ কাৰোবাৰ মুখৰপৰা শুনি লিখিছা। পৃথিৱীত এনে কোনো মোৰ আপোন বা পৰ তিৰোতা নাই যি কবলৈ সাহ কৰিব যে মই তেওঁৰ লগত কিবা গুপ্ত প্ৰেমত লিপ্ত আছিলোঁ। মোৰ আপোন মানুহ এজনী বিধবা হৈ পতিতা হোৱাটো সঁচা। তেওঁক মই গুৱাহাটীৰ আশ্ৰম এখনত বখাটোও সঁচা। কিন্তু তেওঁ মোৰ কাৰণে পতিতা হোৱা নাছিল; পতিতা হোৱাৰ পাচত উদ্ধাৰৰ উপায় বিচাৰী হে মোৰ ওচৰ পাইছিলহি। তোমাৰ চিঠিৰপৰা বুজিছোঁ, কথাটো তুমি মানুহ গৰাকীক লগ ধৰি অনুসন্ধান কৰা নাই। তেওঁ ক'ত আছে বোধকৰোঁ নাজানা। বাৰু, ময়ে খবৰ দিও। তেওঁ শান্তি আশ্ৰমত আছে। খবৰ কৰি মোৰ কথাৰ সত্যতা জুখি চাবলৈ লগ ধৰিবা।

ইতিমধ্যে তোমাৰ নিশ্চয় ধৈৰ্য হেৰাইছে। মই আৰু বেছি কথা নকওঁ। মাত্ৰ এটা কথা কৈয়েই এই চিঠি সামৰিম। কাৰণ মোৰো আৰু কবলৈ একো নাইকিয়া হৈ আহিছে। মালতীৰ কথা। মালতীৰ চিনাকি আগতে দিছোঁ। গাভৰু ছোৱালীজনীক অকলে বাপেকে মাতাল বন্ধুবোৰৰ লগত এৰি দিয়া শুনি মই বৰ দুখ পালোঁ। অবিনাশলৈ বিয়া কৰাই আনিলোঁ। বিয়া কৰাই আনি কি হল জানাই। মাত্ৰ এটা কথা কওঁ। এম. এ. পৰীক্ষা দি আহি মালতী মোৰ ঘৰত প্ৰায় তিনি মাহ আছিল। ইঞ্জিনিয়াৰিং পাছ কৰি অহা মোৰ ভনীৰ পুতেক ভাগিন এটা তেতিয়া চাকৰি বিচাৰি মোৰ ঘৰতে আছিল। এসময়ত মই গম পালোঁ যে মালতী আৰু মোৰ ভাগিন বহু দূৰ আগুৱালে। দুইটাকে এদিন ৰাতি মই অকলে মাতি নি



সুধিলোঁ। দুয়ো সৈ কাঢ়িলে আৰু মোৰ অনুমতি বিচাৰিলে বিয়া কৰাবলৈ। ঘৰৰ ভিতৰতে এনে কাণ্ড হোৱাত মোৰ আপত্তি আছিল যদিও মই সম্মতি দিলোঁ। সিহঁতৰ বিয়া হোৱাৰে কথা। কিন্তু ইতিমধ্যে মহিলা সমিতিৰ কিবা কামত কোনোবা কংগ্ৰেছী নেতাৰ লগত মালতী দিল্লীলৈ গল। তাৰপৰা ঘূৰি আহি মালতী মোৰ ঘৰলৈ নাহিলেই—কংগ্ৰেছী নেতাজনে ভাড়া কৰি দিয়া ঘৰত থাকিল। মই নিজে আহি এদিন ওলালোঁহি। মোক অপমান কৰি খেদি দিলে। মোৰ ভাগিনটো বহুত দিনলৈকে তাইৰ আশাত বহি আছিল। দিল্লীলৈ যোৱাৰ সময়তে মালতীয়ে নিজে চেক্ কাটিব পৰা সুবিধাৰ সুযোগ লৈ মোৰ একাউণ্টৰপৰা দুহেজাৰ টকা লৈ গৈছিল; ঘূৰি আহিও এখন চেক কাটি মোৰ একাউণ্টৰপৰাই দহ হেজাৰ টকা আনিলে। মই বিচাৰি যোৱাৰ দিনা সেই টকাৰ হিচাপ খোজোঁতে কংগ্ৰেছী নেতাজনে ধাৰলৈ নিয়া বুলি, আৰু এমাহৰ ভিতৰতে ঘূৰাই দিব বুলি কৈছিল। সেই কংগ্ৰেছী নেতাই বোধকৰোঁ ঘূৰাই নিদিলে; মালতীক হে এৰি দিলে। তাৰ পাচতে মালতীয়ে তোমাৰ বন্ধু বিজয় শৰ্মাক বিয়া কৰালে।

মই মালতীৰ ওপৰত মোকৰ্দমা দিছিলোঁ—মোক মোৰ ভাগিনৰ লগত বিয়া কৰোৱাত সন্মত হবলৈ মিছাকৈ বাধ্য কৰি মোক তললৈ নমোৱাৰ খণ্ডত আৰু বিশ্বাস কৰি চেক কাটিবলৈ দিয়াৰ কাৰণেই টকা আত্মসাৎ কৰাৰ নিচিনা অসৎ কাম কৰাৰ খণ্ডত। বাৰ হেজাৰ টকাৰ কাৰণে মই ভৱা নাছিলোঁ। ভাবিছিলোঁ, দোষ স্বীকাৰ কৰি মালতীয়ে মোক ক্ষমা ভিক্ষা কৰিলেই মই তাইক ক্ষমা কৰিম। কিন্তু মই ভৱা মতে হৈ নুঠিল। মালতী সঁচাকৈয়ে অসৎ।

পুৰণি শাস্ত্ৰ আওৰাই স্ত্ৰী-জাতি ভয়ংকৰ বুলি মই নকওঁ। কিন্তু পুৰুষৰ স্বভাৱজাত দুৰ্বলতাৰ সুযোগ লৈ নাৰীয়ে যে বহুত মিছা কথাকে পুৰুষক সঁচা বুলি পতিয়ন নিয়াব পাৰে, সেই কথা

মই বিশ্বাস কৰোঁ। মোৰ জীৱনত দোষৰ ভিতৰত এটাই—মই সৰ্বসাধাৰণ মানুহৰ লগত মিলিব নোৱাৰোঁ, সৰ্বসাধাৰণতকৈ নিজক ওপৰৰ বুলি ভাবোঁ। সেই কাৰণে মানুহৰপৰা আঁতৰ হৈ থাকোঁ কাৰণে মানুহে মোক ভুল বুজাৰ সুবিধা পায়। অৱশ্যে বৃটিছ চৰ্কাৰ থকা হলে মোৰ এই দোষক গুণ বুলিহে ধৰিবলেহেঁতেন। কিন্তু সেই দিন আৰু নাহে।

বৃটিছৰ দিনৰ প্ৰতাপ আৰু সন্মান বজাই ৰাখি মোৰ দিনকিটা শেষ কৰিব পাৰিম বুলি ভাবিছিলোঁ। কিন্তু নোৱাৰিলোঁ। মোৰ 'ইলোৰা' খান্দি তুমি ছাঁটোকে বাঘ বুলি ললা। সেই ভুল ভাঙিবলৈ মই যি পাৰোঁ লিখিলোঁ।

এই চিঠি ইমানলৈকে লিখাৰ পাচত মই বুকুখন বহুত পাতল হোৱা যেন পাইছোঁ। আনকি মোৰ জীয়াই থকাৰ প্ৰয়োজনেই শেষ হোৱা যেন লাগিছে। কালি মালতীৰ কাৰণে মাটি বাৰী লিখি দিয়াৰ পাচতে কাছাৰীৰপৰা আহি মোৰ সম্পত্তি ভাগ কৰি মই উইল লিখি পেলালোঁ। নমৰালৈকে অবিনাশৰ থকা-খোৱাৰ অসুবিধা নোহোৱাৰ ব্যৱস্থা মই কৰি গৈছোঁ। আনকি তাৰ চিকিৎসাৰ খৰচৰো অভাৱ নহব। আৰু, মোৰ বেছিখিনি ধন মানুহক চৰিত্ৰ আৰু শৃংখলা ৰক্ষা কৰাৰ শিক্ষা দিয়া এখন আদৰ্শ পুলিচ কলেজ স্থাপনৰ কাৰণে উইল কৰি গৈছোঁ। মোৰ ধন-সম্পত্তি কম নহয়। বহুতে ভাবে, এই সকলো ধন পুলিচৰ চাকৰি কৰোঁতে ভেটি খোৱা টকা। আচলতে চাকৰী কৰা সময়ত মই বৰ অভাৱী আছিলোঁ। মই কেতিয়াও এপইচাও ভেটি খোৱা নাছিলোঁ। মোৰ নিচিনা অহংকাৰী মানুহ এটাই যে ভেটি খাই ভেটি দিওঁতাৰ আগত নিজক সৰু কৰিব নোৱাৰে, সেই কথা তোমাৰ নিচিনা বুদ্ধিমান ডেকাই সহজে বুজা উচিত। মোৰ ধন হৈছিল সিদিনাহে। তেল কোম্পানিয়ে মোৰ বহুত মাটি ললে। সেই মাটিখিনি মই গুৱাহাটীত আগতে চাকৰি কৰি থাকোঁতে এজন মানুহক মাত্ৰ তিনি



শ টকাৰে সহায় কৰাৰ বিনিময়ত লৈ থৈছিলোঁ। সেই মাটিতে মই এতিয়া প্ৰায় তিনি লাখ টকা পালোঁ।

যি হওক, মোৰ বক্তব্য মই শেষ কৰিলোঁ। এই চিঠি পোৱাৰ পাচত মোৰ বিপক্ষে কোৱা মানুহ পালে তুমি সেই মানুহৰ বিষয়ে নিশ্চয় সঁচা ধাৰণা কৰাত সহায় পাবা। এই চিঠি পোৱাৰ পাচত তুমি মোক লগ ধৰাৰো প্ৰয়োজন নাই। মোৰ নিজৰ তৃপ্তিৰ কাৰণেই মই এইকণ আমনি দিলোঁ। তোমাৰ ভৱিষ্যৎ উন্নতিমুখী হওক।

—ইতি

তোমাৰ

(স্বাঃ) বৰুণকুমাৰ চট্টোপাধ্যায়

চিঠিখন পঢ়া শেষ কৰি অমৰ কলিতা বহুত পৰ বিছনাতে বহি থাকিল। সংসাৰে ভুল বুজা এজন মানুহৰ অহংকাৰী জীৱন এটাৰ বিষাদময় সঁচা কাহিনীয়ে অমৰ কলিতাক যেন হতভম্ব কৰি দিলে। সেই কাহিনীৰ আগত আগ দিনাৰ নিজৰ বিজয়ৰ উল্লাস যেন সেমেকি গল। অমৰৰ তৎক্ষণাৎ ৰায়চাহেবক ক্ষমা খুজিবৰ মন গল। লৰালৰিকৈ সি সাজপাৰ পিন্ধি পুৱাৰ জা-জলপান নোখোৱাকৈয়ে গাড়ীখন লৈ ওলাই গল।

×

আগফালৰ চকী এখনত গা এলাই দি বহি আছে অমৰ কলিতা। বিজয় শৰ্মাৰ ঘৰ। তেতিয়া পুৱা প্ৰায় চাৰে ন বাজিছিল। বিজয় নাই। বজাৰলৈ গল। অদূৰত দুৱাৰমুখত থিয় হৈ মালতী। পুৱাৰ অবিন্যস্ত সাজপাৰেৰে মালতীক নিশাৰ ৰূপৰ পোহাৰী যেন লাগিছিল—যেন এই ৰূপশিখাত আহি মূৰ খুন্দিউৱা বহুত চগাৰ আঘাত এতিয়াও তাইৰ দেহত জিলিকি আছে। অমৰে নাজানে,

যোৱা নিশাটো মালতীৰ জীৱনত কেনেকৈ কাটিছে। ৰায়চাহেবৰ চিঠি পঢ়াৰ পাচত সি মালতীৰ প্ৰতি থকা তাৰ দৰদ বহুখিনি হেৰুৱালে। অমৰে ভাবি-চিন্তি লাহে লাহে মালতীক ৰায়চাহেবৰ চিঠিত তাইৰ বিষয়ে পোৱা প্ৰায়খিনি কথা কৈ সুধিলে : মই মিছা কৈছোঁ নেকি ?

মালতী কিছুপৰ তলমূৰ কৰি মনে মনে থাকিল। তাৰ পাচত কলে : ঠিক আছে। কৈ দিব আপোনাৰ বন্ধুক। মোক বাটৰ বেশ্যা কৰাৰ ইচ্ছা নোহোৱা হলে আপুনি এইবোৰ কথাত কেতিয়াও মূৰ নুসুমালেহেঁতেন।

অমৰে সাৰ পোৱাদি পালে। সি লৰালৰিকৈ কলে : মাফ কৰিব। আপোনাৰ একো অন্যায় কৰাৰ উদ্দেশ্যেৰে মই এইবোৰ খবৰ গোটোৱা নাই। কেঁচু খান্দোতে সাপ ওলোৱাৰ নিচিনা হল। ৰায়চাহেবৰ খবৰ গোটাওঁতে এইবোৰ খবৰ আহি পৰিল। কথাখিনিৰ সত্যতা জানিবলৈহে মই আপোনাক সুধিলোঁ। সেইবোৰ পাহৰি গৈ এতিয়া জীৱন বিজয়ৰ লগত প্ৰকৃত যাপন কৰাটোকে মই আপোনাৰপৰা আশা কৰোঁ। তাক এইবোৰ কথা মই কেতিয়াও নকওঁ; মোক মাফ্ কৰিব।

দীঘলকৈ হুমুনিয়া এটা কাঢ়ি মালতী ভিতৰলৈ গুচি গল। কোনো তিৰোতাই পৰ পুৰুষৰপৰা নিজ জীৱনৰ স্খলন ধৰা পৰাৰ কথা শুনিবলৈ ভাল পাব নোৱাৰে। মালতীৰ মৰি যাবৰ মন গল।

অমৰৰ বহাৰপৰা উঠাৰে ইচ্ছা নোহোৱা হল। নিয়মমতে সি তাত তেতিয়া বহি থকাৰ কোনো প্ৰয়োজন নাছিল। বিজয় বজাৰলৈ গৈছিল আৰু ঘৰৰ দ্বিতীয় প্ৰাণী মালতী তাৰ ওপৰত খং উঠি ভিতৰলৈ গুচি গলেই। গতিকে সিও বহি থকা উচিত নহয়। কিন্তু সি বহি থাকিল। উঠাৰ শক্তি নাই। আনকি তাক মালতীৰ কথায়ো বিশেষ আমনি কৰিব নোৱাৰিলে। সি বহি বহি ৰায়চাহেবৰ



কথাকে ভাবিবলৈ ধৰিলে। এইমাত্ৰ সি ৰায়চাহেবৰ ঘৰৰপৰা আহি বিজয়হঁতৰ ঘৰত বহিছেহি। নিজে অজানিতে দিয়া কষ্টৰ কাৰণে—মানসিক কষ্টৰ কাৰণে—ক্ষমা ভিক্ষা কৰিবলৈ সি ৰায়চাহেবৰ ঘৰলৈ গৈছিল। ঘৰত গৈ দেখিছিল বহুত মানুহ। ৰায়চাহেবৰ ডাঙৰ আৰু সৰু জোঁৱায়েকো চিলঙৰপৰা আহি পাইছিল। আগদিনা গধূলিয়েই বোলে ৰায়চাহেবে পুতেক আৰু জোঁৱায়েকহঁতলৈ ফোন কৰিছিল—নিজৰ ৰক্তচাপ বৃদ্ধি হৈ যোৱা বুলি। সেই কাৰণে দুই জোঁৱায়েক পুৱাতে সপৰিয়ালে ওলালহি। ডিব্ৰুগড়ত থকা বৰ পুতেক আৰু ৰায়চাহেবৰ পৰিবাৰ এতিয়াও পোৱাহি নাই। অবিনাশক চিলঙত এৰি থৈ আহিছিল বৰ জোঁৱায়েকে। এইমাত্ৰ গাড়ী পঠিয়ালে তাক লৈ আহিবলৈ। ৰায়চাহেবে পুৱা চাৰে চাৰি বজাত ডাক্তৰক ফোন কৰিছিল, নিজৰ ৰক্তচাপ অতিপাত বৃদ্ধি হোৱা যেন পোৱা বুলি। লগে লগে ঘৰত থকা দুয়োটা চাকৰ আৰু ৰান্ধনিটোক জগাই দিছিল—কলিংবেল বজাই। চাকৰহঁত আহিলত মূৰ আৰু হাত-ভৰি মালিচ কৰিবলৈ লগাইছিল। চাকৰকিটাৰ মতে, অসহ্য যন্ত্ৰণাত বুঢ়াই চিঞৰিছিল। ইতিমধ্যে চাকৰেও ডাক্তৰক দুই তিনি বাৰ ফোন কৰিছিল। কিন্তু ছয় বজাত ডাক্তৰ আহি পোৱাৰ আগে আগে ৰায়চাহেব ঢুকাল। অলপ পিচতে জোঁৱায়েকহঁত পালেহি। বুঢ়াক আৰু জীৱন্ত অৱস্থাত নাপালে। বিবুদ্ধি হোৱা চাকৰকিটাই ভয়ত কঁপি কঁপি কান্দিছিল। ডাক্তৰে মৃত দেহাটো এনেয়ে চাই কলে হাৰ্ট-ফেল কৰা বুলি।

অমৰে মৃত ৰায়চাহেবৰ মুখখন চাইছিল। মৃত অৱস্থাতো বুঢ়াৰ অহংকাৰ যেন ফুটি ওলাইছিল। কাৰো হাতত ধৰা নিদিলে বুঢ়াই। কাকো শুশ্ৰূষা কৰাৰ সুবিধা নিদিলে—নিজক কাৰো প্ৰতি কৃতজ্ঞ হোৱাৰ সুযোগ নিদিলে। নিজ অহংকাৰ লৈ বুঢ়া অকলৈ ঢুকাল—এটা অকলশৰীয়া সিংহৰ দৰে। হব পাৰে বহুতৰ কাৰণে সিংহ

হিংস্নুক। কিন্তু সিংহ হিচাপে ৰায়চাহেব পৰিবেশৰ ৰজা। ৰায়চাহেবক কোনেও বলে নোৱাৰিলে। ৰায়চাহেবে ক'তো মূৰ নোদোঁৱালে।

সেইখিনি খবৰ জনাৰ পাচত অমৰ আহি বিজয়ৰ ঘৰৰ আগফালে বহি আছে। ৰায়চাহেবৰ চিঠিৰ প্ৰতিটো কথা তাৰ কাণত বাজি আছে। তাৰ ঘোৰ সন্দেহ হৈছে, ৰায়চাহেবে পুতেক-জেঁৱায়েকক পৰিকল্পনা কৰি খবৰ দি, ডাক্তৰক মাতি, অমৰলৈ সেই চিঠি পঠিয়াই কিবা খাই আত্মহত্যা কৰিছে। বিষ খোৱা মানুহৰ মৰা শৰৰ মুখৰ বিকৃতি আকাৰ চাবলৈকে সি ৰায়চাহেবৰ মৰা শৰৰ মুখলৈ চাইছিল। কিন্তু ৰায়চাহেব ইমান হিচাপী যে লগোৱা দাঁতকে চেপি ধৰি মুখ বিকৃত নকৰাকৈ মৃত্যুক বৰণ কৰিছিল। ৰায়চাহেবলৈ অমৰৰ শ্ৰদ্ধা উপজিল। অমৰে নিজৰ সন্দেহৰ কথা কাকো নকলে; আনকি নিজলৈ দিয়া ৰায়চাহেবৰ চিঠিত আত্মহত্যাৰ ইংগিত থকাৰ কথাও কাকো নকলে। ইমান অহংকাৰী মানুহ এজনক এনেকৈ দুৰ্বলৰ দৰে আত্মহত্যা কৰা বুলি ধৰা পেলাই দিবলৈ অমৰে বেয়া পালে। স্বাভাৱিকভাৱে মৃত্যু হোৱা বুলি ৰায়চাহেবৰ মৃতদেহ মহা সমাৰোহেৰে সৎকাৰৰ কাৰণে শোভাযাত্ৰা কৰি লৈ যোৱা হল। বৃটিছৰ দিনৰ এক চৰিত্ৰবান ৰাজ-বিষয়া, গুৱাহাটীৰ বিশিষ্ট নাগৰিক বুলি ৰায়চাহেবৰ মৃত্যুৰ খবৰ সাংবাদিকে নিজ নিজ কাগজলৈ পঠিয়ালে।

বিজয় তেতিয়া মালতীৰ মন ভাল লগাবলৈ কি কি কিনিব, সেই বিষয়ে চিন্তা কৰি বজাৰত থিয় হৈ আছিল।

বেলিয়ে তেতিয়া পৃথিবীৰ সকলো বস্তুৰ ছাঁবোৰ চুটি কৰি আনিছিল—শেষ কৰি দিয়াৰ মতলবেৰে।

ৰায়চাহেবৰ মৃতদেহ তেতিয়া শ্মশানলৈ নিয়া হৈছিল।



সেইমাত্ৰ ডিব্ৰুগড়ৰপৰা আহি পোৱা ৰায়চাহেবৰ পত্নী মালিনী দেৱীয়ে সতী তিৰোতাৰ আন্তৰিকতাৰে হুৰাওৱাৰে কান্দিছিল।

মালতীয়ে তেতিয়া অমৰ কলিতা বৰ বেয়া মানুহ বুলি ভাবিছিল।

অমৰে তেতিয়া মনে মনে ৰায়চাহেবৰ উদ্দেশ্যে শ্ৰদ্ধা নিবেদন কৰিছিল।

কেৱল অবিনাশে চিলঙৰপৰা আহি পাই মাকে কন্দা দেখি উৰাই ঘূৰাই হাঁহি হাঁহি কৈছিল : পা মজা এতিয়া।

+ + +